**CHAH GASAR MAJE MAJE :** A study on different aspects on tea plantation of Assam in viz tea plantation, to origin and development, written by Sushil Kurmi and published by Naba Kalita, Kiran Prakashan, Dhemaji, on behalf of Dr. Pradip bhuyan, General Secretary, Assam Sahitya Sabha.
Price: 50/- Only

First Edition: 8th March'08

চাহ গছৰ মাজে মাজে

লিখক-সুশীল কুৰ্মী

প্ৰকাশক ঃ

ড° প্ৰদীপ ভূঞা,

প্ৰধান সম্পাদক

অসম সাহিত্য সভাৰহৈ

নৱ কলিতা, কিৰণ প্ৰকাশন, ধেমাজি

প্ৰথম প্ৰকাশ ঃ ০৮ মাৰ্চ, ২০০৮ খ্ৰীঃ



কেন্দ্ৰীয় কাৰ্যালয় ঃ চন্দ্ৰকান্ত সন্দিকৈ ভৱন

যোৰহাট - ৭৮৫ ০০১

মূল্য ঃ ৫০.০০ টকা

বেটুপাত ঃ অৰুণ নাথ

ছপা ঃ

ধেমাজি অফছেট প্ৰিণ্টাৰ্চ

ৰতনপুৰ, ধেমাজি

ফোন-৯৪৫৩০ ৮৯৩৭৭

# প্ৰধান সম্পাদকৰ একাষাৰ

অসম সাহিত্য সভাই জন্ম লগ্নৰে পৰা অসমৰ সকলো থলুৱা জাতি-জনগোষ্ঠীৰ ৰাইজৰ ভাষা-সাহিত্য-সংস্কৃতিৰ উত্তৰণৰ হকে কাম কৰি আহিছে। অসমৰ চাহ-জনগোষ্ঠীও অসমৰ জাতীয় জীৱনৰ অংশীদাৰ অসমৰ থলুৱা বাসিন্দা। চাহ জনগোষ্ঠীৰ কৃষ্টি-সংস্কৃতিৰ লগতে আৰ্থ-সামাজিক দিশৰ কথা আৰু চাহ-শিল্প সম্পৰ্কত সাহিত্য সভাই পূৰ্বতে কেবাখনিও গ্ৰন্থ প্ৰকাশ কৰিছে। অসম সাহিত্য সভাই বিশিষ্ট সাহিত্যিক সুশীল কুৰ্মীয়ে লিখা 'চাহ গছৰ মাজে মাজে' শীৰ্ষক গ্ৰন্থখনি আমাৰ বিগত কাৰ্যকালতেই প্ৰকাশ কৰাৰ কাৰণে সিদ্ধান্ত লোৱা হৈছিল; কিন্তু ছপা হৈ নোলাল। অসম সাহিত্য সভাই বৰ্তমান বৰ্ষৰ (২০০৭-০৮) প্ৰকাশ সমিতিৰ সিদ্ধান্ত মৰ্মে উক্ত গ্ৰন্থখন প্ৰকাশ কৰাৰ কাৰণে পদক্ষেপ গ্ৰহণ কৰে। গ্ৰন্থখনিত অসমৰ চাহ-শিল্প, চাহ বাগিছাৰ সম্পৰ্কত অধ্যয়ন পুষ্ট লেখাৰ লগতে লেখকে চাহ জনগোষ্ঠীৰ ভাষা-সাহিত্য, কৃষ্টি-সংস্কৃতিৰ ওপৰত দৃষ্টিপাত কৰি গৱেষণামুলক প্ৰবন্ধ সন্নিবিষ্ট কৰা হৈছে। আদিবাসীসকলৰ অন্যতম চাহজনগোষ্ঠীয় কৃষ্টি-সংস্কৃতিৰ বিকাশৰ ওপৰতো আলোকপাত হোৱা সুশীল কুৰ্মীৰ এই গ্ৰন্থখনিত উক্ত জনগোষ্ঠীৰ ৰাইজৰ আৰ্থ-সামাজিক দিশৰ ওপৰতো পৰ্য্যালোচনা হৈছে। গ্ৰন্থখনিৰ বিষয়বস্তু মূল্যৱান আৰু তাৎপৰ্যপূৰ্ণ। গ্ৰন্থখনি প্ৰকাশৰ দিশত বিভিন্ন প্ৰকাৰৰ দিহা-পৰামৰ্শ আগবঢ়োৱা বাবে সভাৰ মাননীয় সভাপতি কনকসেন ডেকা আৰু মাননীয় উপ-সভাপতি সতীশ চন্দ্ৰ চৌধুৰীৰ ওচৰত আমি কৃতজ্ঞ। গ্ৰন্থখন প্ৰকাশ কৰাৰ ক্ষেত্ৰত ধেমাজিৰ কিৰণ প্ৰকাশনে সহযোগ আগবঢ়োৱাৰ কাৰণে আমি অসম সাহিত্য সভাৰ হৈ ধন্যবাদ জ্ঞাপন কৰিছোঁ। আশা কৰিছোঁ সাহিত্যপ্ৰেমী ৰাইজে গ্ৰন্থখন সমাদৰ কৰিব।

'চিৰ চেনেহী মোৰ ভাষা জননী'

কেন্দ্ৰীয় কাৰ্যালয় ঃ চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট - ৭৮৫ ০০১
২৪ ফাগুন, ১৪১৪ ভাস্কৰাব্দ
০৮ মাৰ্চ, ২০০৮ খ্ৰীষ্টাব্দ

ড° প্ৰদীপ ভূঞা
প্ৰধান সম্পাদক
অসম সাহিত্য সভা

# চাহ গছৰ মাজে মাজে

সুশীল কুৰ্মী

মুখ্য পৰিৱেশক
কিৰণ প্ৰকাশন, ধেমাজি




অসম সাহিত্য সভা

**CHAH GASAR MAJE MAJE :** A study on different aspects on tea plantation of Assam in viz tea plantation, to origin and development, written by Sushil Kurmi and published by Naba Kalita, Kiran Prakashan, Dhemaji, on behalf of Dr. Pradip bhuyan, General Secretary, Assam Sahitya Sabha. Price: 50/- Only
First Edition: 8th March'08

চাহ গছৰ মাজে মাজে
লিখক-সুশীল কুৰ্মী

প্ৰকাশক ঃ
ড° প্ৰদীপ ভূঞা,
প্ৰধান সম্পাদক
অসম সাহিত্য সভাৰহৈ
নৱ কলিতা, কিৰণ প্ৰকাশন, ধেমাজি

প্ৰথম প্ৰকাশ ঃ ০৮ মাৰ্চ, ২০০৮ খ্ৰীঃ


কেন্দ্ৰীয় কাৰ্যালয় ঃ চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট - ৭৮৫ ০০১

মুল্য ঃ ৫০.০০ টকা

বেটুপাত ঃ অৰুণ নাথ

ছপা ঃ
ধেমাজি অফ্‌ছেট প্ৰিণ্টাৰ্চ
ৰতনপুৰ, ধেমাজি
ফোন-৯৪৫৩০ ৮৯৩৭৭

# প্ৰধান সম্পাদকৰ একাষাৰ

অসম সাহিত্য সভাই জন্ম লগ্নৰে পৰা অসমৰ সকলো থলুৱা জাতি-জনগোষ্ঠীৰ ৰাইজৰ ভাষা-সাহিত্য-সংস্কৃতিৰ উত্তৰণৰ হকে কাম কৰি আহিছে। অসমৰ চাহ-জনগোষ্ঠীও অসমৰ জাতীয় জীৱনৰ অংশীদাৰ অসমৰ থলুৱা বাসিন্দা। চাহ জনগোষ্ঠীৰ কৃষ্টি-সংস্কৃতিৰ লগতে আৰ্থ-সামাজিক দিশৰ কথা আৰু চাহ-শিল্প সম্পৰ্কত সাহিত্য সভাই পূৰ্বতে কেবাখনিও গ্ৰন্থ প্ৰকাশ কৰিছে। অসম সাহিত্য সভাই বিশিষ্ট সাহিত্যিক সুশীল কুৰ্মীয়ে লিখা 'চাহ গছৰ মাজে মাজে' শীৰ্ষক গ্ৰন্থখনি আমাৰ বিগত কাৰ্যকালতেই প্ৰকাশ কৰাৰ কাৰণে সিদ্ধান্ত লোৱা হৈছিল; কিন্তু ছপা হৈ নোলাল। অসম সাহিত্য সভাই বৰ্তমান বৰ্ষৰ (২০০৭-০৮) প্ৰকাশ সমিতিৰ সিদ্ধান্ত মৰ্মে উক্ত গ্ৰন্থখন প্ৰকাশ কৰাৰ কাৰণে পদক্ষেপ গ্ৰহণ কৰে। গ্ৰন্থখনিত অসমৰ চাহ-শিল্প, চাহ বাগিছাৰ সম্পৰ্কত অধ্যয়ন পুষ্ট লেখাৰ লগতে লেখকে চাহ জনগোষ্ঠীৰ ভাষা-সাহিত্য, কৃষ্টি-সংস্কৃতিৰ ওপৰত দৃষ্টিপাত কৰি গৱেষণামুলক প্ৰবন্ধ সন্নিবিষ্ট কৰা হৈছে। আদিবাসীসকলৰ অন্যতম চাহজনগোষ্ঠীয় কৃষ্টি-সংস্কৃতিৰ বিকাশৰ ওপৰতো আলোকপাত হোৱা সুশীল কুৰ্মীৰ এই গ্ৰন্থখনিত উক্ত জনগোষ্ঠীৰ ৰাইজৰ আৰ্থ-সামাজিক দিশৰ ওপৰতো পৰ্য্যালোচনা হৈছে। গ্ৰন্থখনিৰ বিষয়বস্তু মূল্যৱান আৰু তাৎপৰ্যপূৰ্ণ। গ্ৰন্থখনি প্ৰকাশৰ দিশত বিভিন্ন প্ৰকাৰৰ দিহা-পৰামৰ্শ আগবঢ়োৱা বাবে সভাৰ মাননীয় সভাপতি কনকসেন ডেকা আৰু মাননীয় উপ-সভাপতি সতীশ চন্দ্ৰ চৌধুৰীৰ ওচৰত আমি কৃতজ্ঞ। গ্ৰন্থখন প্ৰকাশ কৰাৰ ক্ষেত্ৰত ধেমাজিৰ কিৰণ প্ৰকাশনে সহযোগ আগবঢ়োৱাৰ কাৰণে আমি অসম সাহিত্য সভাৰ হৈ ধন্যবাদ জ্ঞাপন কৰিছোঁ। আশা কৰিছোঁ সাহিত্যপ্ৰেমী ৰাইজে গ্ৰন্থখন সমাদৰ কৰিব।

**'চিৰ চেনেহী মোৰ ভাষা জননী'**

কেন্দ্ৰীয় কাৰ্যালয় ঃ চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট - ৭৮৫ ০০১
২৪ ফাগুন, ১৪১৪ ভাস্কৰাব্দ
০৮ মাৰ্চ, ২০০৮ খ্ৰীষ্টাব্দ

ড° প্ৰদীপ ভূঞা
প্ৰধান সম্পাদক
অসম সাহিত্য সভা

# ।। সূচী পত্ৰ ।।


| | |
|---|---|
| চাহ বাগিচাৰ ভিতৰ চ'ৰা | ১ |
| চাহ জনজাতি সমাজৰ অৰ্থনৈতিক অৱস্থা | ৮ |
| অনুসূচীকৰণ আৰু চাহ জনগোষ্ঠী | ১২ |
| চাহৰ বিষয়ে কিছু কথা | ১৯ |
| চাহ জনজাতিৰ শিক্ষা | ২২ |
| ৰাজনীতিৰ পথাৰত চাহজনজাতি | ২৬ |
| চাহ জনজাতিৰ সাংস্কৃতিক জীৱন | ৩০ |
| ঝুমইৰ নৃত্য-গীত পৰিবেশনৰ কিছু কথা | ৩৬ |
| অসমীয়া সাহিত্য-সংস্কৃতিলৈ চাহ জনজাতিৰ অৱদান | ৪০ |
| স্বাধীনতা সংগ্ৰামত চাহ জনজাতিৰ অৱদান | ৪৮ |
| বাগানীয়া ভাষাৰ বিষয়ে যৎকিঞ্চিত | ৫৫ |
| চাহ জনজাতিৰ ভৱিষ্যত | ৫৮ |
| চাহ জনজাতি সমাজৰ ঋতুকালীন পূজা-পাৰ্বন | ৬২ |
| চাহ জনজাতি মহিলা সমাজ | ৭১ |
| চাহ জনজাতি সমাজৰ বিবাহ পদ্ধতি | ৭৪ |
| চাহ বাগিচাত ট্ৰেড ইউনিয়ন | ৮৫ |
| অসম চাহ জনজাতি ছাত্ৰ সন্থা | ৮৮ |
| দুৰ্গা পূজাৰ বতৰত চাহ বাগিচাত বোনাচৰ খেলা | ১০১ |
| আসাম মৰলে হামৰাও মৰব | ১০৪ |
| কি নাম দি মাতিম তোমাক | ১০৭ |
| চাহমজদুৰ নতুন পুৰুষ | ১১০ |
| অসম আন্দোলন আৰু চাহ শ্ৰমিকৰ ভূমিকা | ১২৪ |
| চাহ বাগিচাৰ ঝুমইৰ গীত | ১১৬ |
| সাহিত্যিক দেউৰাম তাচাক যিদৰে জানো | ১২৯ |
| বীৰবল কালিন্দী | ১৩৪ |
| চাহ বাগিচাৰ সাধু | ১৩৮ |


# চাহ বাগিচাৰ ভিতৰ চ'ৰা

ওপৰে ওপৰে চাবলৈ গ'লে সেউজী ধৰাৰ বুকুত গঢ় লৈ উঠা সেউজী পাতেৰে ভঁৰাল ভৰোৱা সেউজবুলীয়া চাহ বাগিচাবোৰ বৰ সুন্দৰ দেখি। এই চাহ বাগিচাক লৈ কতই গল্প, কবিতা, প্ৰবন্ধ ৰচনা কৰি সাহিত্যৰ ভঁৰাল টনকিয়াল কৰিছে। কতই গীতমাতৰ সৃষ্টি কৰি সৰ্বসাধাৰণ ৰাইজৰ মন পুলকিত কৰাৰ সম্বল পাইছে আৰু লগে লগে সংগীতৰ জগতখন অধিক শক্তিশালী কৰাৰ সুবিধা পাইছে। ৰূপালী পৰ্দাৰ মাজতো চাহ বাগিচাৰ হাজাৰ ছবি জিলিকাই তুলি চিনেমাৰ বজাৰখন ডাঙৰ কৰিছে। ৰাইজে চাহ বাগিচাৰ কথা মনত ৰাখিছে একমাত্ৰ চাহ পাতৰ কাৰণে। চাহ পাতৰ দাম আছে বাবেই চাহ বাগিচাৰ নাম আছে। চাহ পাতৰ দাম পৃথিৱীত তেতিয়ালৈকে থাকিব যেতিয়ালৈকে মানব জাতিৰ মাজত চাহৰ প্ৰচলন চলি থাকিব। চাহৰ সমাদৰ সমগ্ৰ বিশ্বতে বিদ্যমান। সেয়ে চাহপাত জনজীৱনৰ লগত মধুৰ সম্পৰ্কৰে গঢ় লৈ উঠা অতি লাগতিয়াল বস্তু। কিন্তু এটা কথা ঠিক যে বাহিৰৰ ৰূপটোৱেই আচল ৰূপ নহয়। ভিতৰতো অন্য এটা ৰূপ থাকে। এই কথা চাহ বাগিচাৰ ক্ষেত্ৰত বেচিকৈ দেখা যায়। বাহিৰৰ পৰা দেখা ধুনীয়া চাহ বাগিচাবোৰৰ ভিতৰ চ'ৰা সিমান ধুনীয়া নহয়। শোষণ যন্ত্ৰই এই ধুনীয়াক লেতেৰা কৰি তুলিছে। ভিতৰৰ কাৰুকাৰ্যবোৰ চালে মূৰে কপালে হাত দিব লগা হয়। যিকোনো শোষণ তোষণত পৰা বাগিচাবাসী জনজাতিসকলক মুক্ত কৰি ৰাখিবৰ কাৰণে কিমান মজদুৰ সংগঠন আছে। মজদুৰ দৰদী সেৰকৰ দ্বাৰা পৰিচালিত এই সংগঠনবোৰ প্ৰত্যক্ষ আৰু পৰোক্ষভাৱে ৰাজনীতিৰ মেৰপাকত আবেষ্টিত। INTUC ৰ অন্তৰ্গত এই সংগঠনবোৰৰ পৰা চাহ জনজাতিসকলে যি আশা কৰিছিল সেই আশা কাৰ্যক্ষেত্ৰত পৰিণত নোহোৱাত জনজাতিৰ মাজত ক্ষোভ আৰু হতাশৰ সৃষ্টি হৈছে। ৰক্ষকেই যেতিয়া ভক্ষকৰ ৰূপত ধৰা দিয়ে তাৰ পৰানো কি আশা কৰিব পাৰি? দিল্লী-দিছপুৰৰ লক্ষ্য আগত ৰাখি মজদুৰ সেৱাৰ নামত আত্মসেৱা কৰা দেখা গৈছে। চাহ জনজাতিসকলৰ কল্যাণৰ কাৰণে দফা দফা আইন-কানুন, আঁচনি তৈয়াৰ কৰিছে যদিও আজি স্বাধীনতাৰ ৩৪

বছৰ পিছতো কোনো সুফল দেখা নগ'ল। গাদী কথা মনত ৰাখি মজদুৰ ভুলুৱা এই আঁচনিবোৰ সকলো সময়ৰ গতিত ফুটুকাৰ ফেনত পৰিণত হোৱা দেখা গৈছে। সৌ সিদিনা কেন্দ্ৰীয় গড়কাপ্তানী আৰু গৃহনিৰ্মাণ আঁচনি খৰতকীয়া কৰা হ'ব বুলি উচ্চস্বৰে আশ্বাস বিশ্বাসত পৰিণত হ'ব নে আগৰদৰেই অবিশ্বাসত পৰিণত হ'ব সেই কথা সময়তহে প্ৰমাণ পোৱা যাব। ১৯৫১ চনৰ চাহ বনুৱা আইনে ইয়াৰ ১৫ নং ধাৰা অনুযায়ী প্ৰতিজন চাহ খেতিয়কে প্ৰতিজন বনুৱাক বাসগৃহৰ যোগান আৰু ইয়াৰ ৰক্ষণৰ বাবে দায়িত্ব আৰোপ কৰিছে। চাহ খেতিয়কসকলক এই দায়িত্ব পূৰণ কৰিবৰ বাবে ১৯৫৬ চনত কেন্দ্ৰীয় গড়কাপ্তানী আৰু গৃহনিৰ্মাণ মন্ত্ৰীদপ্তৰে চাহবনুৱাৰ গৃহনিৰ্মাণ আঁচনি প্ৰৱৰ্তন কৰে। মন্ত্ৰীদপ্তৰে ৰাজ্যচৰকাৰৰ জৰিয়তে চাহ খেতিয়কসকলক বিত্তীয় সাহায্যৰ যোগান ধৰে। ইতিমধ্যে প্ৰায় ১, ২০, ০০০ বনুৱাক বাসগৃহৰ যোগান ধৰা হৈছে আৰু এতিয়া প্ৰায় ৮৫,০০০ বনুৱাক বাসগৃহৰ যোগান ধৰিব পৰা নাই বুলি উল্লেখ কৰে। ৰাজ্য চৰকাৰে জনোৱা মতে প্ৰতি বছৰে ২০০০ গৃহ নিৰ্মাণ কৰিলে এইসকল বনুৱাক বাসগৃহৰ যোগান ধৰিববলৈ বহু বছৰৰ প্ৰয়োজন হ'ব। সেই কাৰণে মন্ত্ৰীদপ্তৰে এই আঁচনিৰ অধীনত গৃহ নিৰ্মাণৰ হাৰ দ্ৰুততৰ কৰিববলৈ নানান উপায় উদ্ভাৱন কৰি থকাৰ কথা কয়। ইয়াৰ সফল কাৰ্যকাৰিতাৰ বিষয়ে আশা কৰিব পাৰিনে? কিন্তু আমি বৰ দুখেৰে দেখি আহিছোঁ যে আঁচনি অনুসাৰে যিমতে বনুৱাৰ বাবে গৃহনিৰ্মাণ হ'ব লাগে সেই অনুপাতে হোৱা নাই। খৰচ বেছি পৰিব বুলি আঁচনিক আঁচনি হিচাবেই ডায়েৰীৰ মাজত ৰাখি কম খৰচ পৰা মতেই ঘৰবোৰ নিৰ্মাম কৰে। পৰিয়ালক দিয়া সৰু দুটা কোঠালীৰ এই ঘৰবোৰত গৰু-ছাগলীৰ দৰে ১০/১২ জনীয়া পৰিয়াল একোটা থাকিব লাগে। এই বিষয়ে আপত্তি দৰ্শাবলৈ গৈ চাহাব, বাবু আৰু মালিক পক্ষৰ পৰা ধমকিহে খাবলগীয়া হয়। মজদুৰ সংঘক কলে— "ঠিক আছে, দেখা যাব" বুলি মাত্ৰ কৈ যায়। এই পকী কোৱাৰ্টাৰবোৰ কেৱল ৰাইজৰ চকুত সহজে ধৰা পৰাকৈ ৰাস্তাৰ কাষে কাষে থকা মজদুৰ লাইনবোৰতহে দিছে। ৰাস্তাৰ পৰা সহজে চকুত নপৰা ভিতৰৰ লাইনবোৰত বাৰিষা বোকাৰ প্ৰকোপত সোমাব নোৱাৰি। ঘৰবোৰ সৰু সৰু চাপৰ বাঁহৰ খুটাৰে জুপুৰী খেৰীঘৰ। এই ঘৰবোৰৰ অৱস্থা নিজ চকুৰে নাচালে কল্পনা কৰিব নোৱাৰি। ভিতৰৰ পৰা আকাশ দেখা, বৰষুণৰ বতৰত শুব নোৱাৰা এইবোৰ ঘৰতো যে মানুহ থাকিব পাৰে দেখিলে আচৰিত নহৈ নোৱাৰি। লাইনবোৰৰ ৰাস্তা-পদুলিত তথৈবচ। মেৰামতি



কৰাৰ কোনো নিয়ম নাই। Labour Inspector সকলে চাহাবৰ বঙলাত বহি চাহাব খানা খাই লাইনৰ ৰিপোৰ্ট লিখি কৰ্ত্তব্য শেষ কৰে। মজদুৰ সংঘবোৰে চান্দা পাতি ঠিকমতে পাই থাকিলেই হ'ল। তেওঁলোকৰ কৰিবলগীয়া এইক্ষেত্ৰত কিবা আছে বুলি নেভাবে। ভাবিলে কৰা দেখা গ'লহেঁতেন। এতিয়া বোলে মজদুৰৰ চান্দাৰ হাৰো বাঢ়িল। আগতে বছৰেকত দিব লাগিছিল ১২ টকাকৈ। এতিয়া মজদুৰ সংঘবোৰক ১২ টকাকৈ দিয়াৰ উপৰিও কেন্দ্ৰীয় চান্দা নামেৰে চাহ মজদুৰ সংঘৰ কেন্দ্ৰীয় অফিচক হেনো বছৰেকত ১০ টকাকৈ দিব লাগে। মুঠতে চান্দাৰ নামত মজদুৰ সংঘলৈ এতিয়াৰ পৰা দিব লাগিব ২২ টকাকৈ। মজদুৰৰ অৱস্থা উন্নত হওক বা নহওক কথা নাই মজদুৰৰ চান্দাৰ পৰিমাণ বাঢ়িব লাগিব, যাতে সংঘৰ ধনভঁৰাল টনকিয়াল হয় আৰু সংঘৰখীয়াসকলেও যেন সুখে স্বচ্ছন্দে লাহ-বিলাহৰ মাজত চলিব পাৰে।

হাড়ক মাটি তেজক পানী কৰি কাম কৰা চাহ বনুৱাৰ আৰ্থিক অৱস্থা অতি দুখলগা। যি অনুপাতে তেওঁলোকে পৰিশ্ৰম কৰিব লগা হয় সেই অনুপাতে তেওঁলোকে হাজিৰা নাপায়। ভাৰতবৰ্ষৰ অন্য ৰাজ্যৰ চাহ বনুৱাৰ তুলনাত অসমৰচাহ বনুৱাই আটাইতকৈ কম হাজিৰা পায়। অসমৰ চাহ বনুৱাই বেছি পায় ২.৭০ টকা আৰু কৰ্ণাটকত বেছি পায় ৩.৮৫ টকা ইত্যাদি। চাহ বাগিচাৰ কামত অপ্ৰাপ্তবয়স্ক ল'ৰা-ছোৱালীকো লগোৱা হয় আৰু তেওঁলোকক হাজিৰা দিয়া হয় দিনে ৪.১৮ পইচা। বহুত প্ৰাপ্তবয়স্ক আনকি বুঢ়া-বুঢ়ী মানুহকো অপ্ৰাপ্তবয়স্কৰ ল'ৰা-ছোৱালীৰ হাজিৰাতে খটুৱাই থকাৰ উদাহৰণ বহুত চাহ বাগিচাত আছে। বৰগাং চাহ বাগিতা দৰে বহুত চাহ বাগিচাত এনে ল'ৰা-ছোৱালীৰ হাজিৰাতে কাম কৰা বুঢ়া বয়সৰ বনুৱা পোৱা যায়। এনেদৰে বয়সস্থ বনুৱাক কম হাজিৰাৰে খটুৱাই বনুৱাৰ দেহা মাটি হ'লেও বাগিচাই লক্ষ লক্ষ টকা লাভ কৰি আছে। এইবোৰ ধৰোতা কোনো নাই। ধৰিবৰ ক্ষমতা থকা মজদুৰ সংঘ আদিয়ে ধৰিববলৈ গ'লে তেওঁলোকৰ পকেট গৰম কৰি মনে মনে বহুৱাই থৈ দিয়ে।

লাভ কৰা বাগিচাই বনুৱাসকলক শতকৰা ২০ ভাগ হাৰত বোনাচ দিয়াৰ নিয়ম যদিও বহুত বাগিচাই সেই প্ৰাপ্য হাৰত নিদি বছৰৰ পিছত বছৰ ধৰি তেওঁলোকক ঠগি আছে। যাৰফলত বোনাচৰ সময়ত বাগিচাবোৰত অশান্তিৰ সৃষ্টি হোৱা দেখা যায়। বোনাচ অধ্যাদেশৰ আপোচৰ দফাটো তুলি দিয়াৰ পিছত বেছিভাগ বাগিচাই সৰ্বনিম্ন বোনাচ ৮ দশমিক ৩৩ শতাংশ ঘোষণা কৰাত চাহ বনুৱাৰ মাজত তীব্ৰ প্ৰতিক্ৰিয়াৰ সৃষ্টি হয়। কোনো ধৰণৰ আপোচলৈ নাহি মালিক পক্ষই আকোৰগোজ

মনোভাৱ লৈ থকাৰ ফলত বাগিচাত ১০ শতাংশৰ পৰা ১৫ শতাংশ বোনাচ ঘোষণা কৰে। কিছুমান শ্ৰমিক নেতাই পকেট গৰম কৰি মালিকপক্ষৰ হৈ মাত মাতে। এখন শ্ৰমিক সংগঠনৰ সভাপতি আৰু অন্য এখন শ্ৰমিক সংগঠনৰ সম্পাদকে মজদুৰৰ মাজত ঘোষণা কৰিছিল যে—"২০ শতাংশ হাৰত বোনাচ কেতিয়াও পাব নোৱাৰে। পালে সেই বাগিচাৰ মজদুৰৰ ঘৰত চাকৰ খাটিম।" যিখন বাগিচাত এই কথা কোৱা হৈছিল সেইখন বাগিচাৰ মজদুৰসকলে পিছত বহুত যুঁজবাগৰ কৰি নিজৰ প্ৰাপ্য বোনাচ আদায় কৰিব লগা হয়। এতিয়া সেই সভাপতি আৰু সম্পাদক দুজনে চাকৰ খাটিবনে? মহালক্ষ্মী চাহ বাগিচাত দুই ৰকমৰ হাৰত বোনাচ দিয়া হ'ল। কৰ্মচাৰীসকলক ঠিকমতে ২০ শতাংশ হাৰতেই দিলে। কিন্তু মজদুৰসকলক আকৌ সেই হাৰত দিয়া নহ'ল। তেওঁলোকক ৮.৩৩ শতাংশ হাৰত দিয়া হ'ল। তাৰ মজদুৰসকলে ইয়াৰ তীব্ৰ প্ৰতিবাদ কৰিছিল যদিও তাৰ শ্ৰমিক সংগঠনৰ সম্পাদকজনে মালিকৰ পৰা টকা খাই কেচটো ঢিলাই দি মজদুৰসকলক প্ৰতাৰণা কৰে। কলাকুছি চাহ বাগিচাত বোনাচকে নিদিলে। এইবোৰ কাৰণত কিছুমান চাহ বাগিচাত ধৰ্মঘট, মেনেজাৰ ঘেৰাও, মালিক ঘেৰাও, সংঘ ঘেৰাও, নেতা ঘেৰাও আৰু কিছুমানত মাৰপিট জখম, নেতা ঘেৰাও আৰু কিছুমানত মাৰপিট জখম হয়। ১৯০৮ চনৰ ১৩ অক্টোৱ তাৰিখে কৃষ্ণকলি চাহ বাগিচাত প্ৰাপ্য হাৰত বোনাচ নিদি শতকৰা ৮.৩৩ হাৰত বোনাচ দি মজদুৰসকলক পৰিচালকসকলে হুলস্থুল লগাই দিয়ে। সময়ত পৰিস্থিতি ইমান উত্তপ্ত হৈ পৰে যে উন্মত্ত চাহ বনুৱাসকলক ছত্ৰভংগ কৰিবলৈ পুলিচে কেইবাজাই গুলি মাৰে। গুলিত ভালেকেইজন লোক গুৰুতৰ ভাৱে আহত হয়। গুলি চলোৱাত বনুৱাসকলে চাহাব-বাবু-পুলিচক ধনুকাড়েৰে আক্ৰমণ কৰি জ্বলাকলা দেখুৱায়। ১৯৮০ চনৰ ২৩ অক্টোবৰ তাৰিখে সাধাৰু চাহ বাগিচাত প্ৰাপ্য বোনাচৰ দাবীত বাগিচাখনৰ কাৰ্যালয় প্ৰাংগনত শান্তিপূৰ্ণভাৱে অৱস্থান ধৰ্মঘট কৰোঁতে বাগিচাখনত অশান্তিৰ সৃষ্টি কৰা বুলি বাগিচা কৰ্তৃপক্ষই পুলিচৰ সহায় লয় আৰু পুলিচ বাহিনীয়ে ধৰ্মঘটকাৰীৰ ওপৰত নিৰ্মমভাৱে লাঠী চালনা কৰে। লাঠীৰ কোবত পুৰুষ-মহিলা বেয়াকৈ আহত হয়। নাতিদূৰত থকা মজদুৰ সংঘই নীৰৱ দৰ্শকৰ ভূমিকা গ্ৰহণ কৰে। প্ৰাপ্য বৰ্ধিত হাৰত হাজিৰা বিচৰাত ৩০ নৱেম্বৰ (৮০)ত নাগ্ৰীজুলি চাহ বাগিচাত বাগিচা কৰ্তৃপক্ষই দমনমূলক নীতি লোৱাত অশান্তিৰ সৃষ্টি হয়। পুলিচৰ গুলি চালনাত কুৰিবছৰীয়া মজদুৰ শ্ৰীৰবীন খেৰিয়া নিহত আৰু ভালেমান লোক গুৰুতৰভাৱে আহত হয়।

যোৱা চেপ্তেম্বৰ (৮০) মাহৰ ৪ তাৰিখে তিলৈজান চাহ বাগিচাত কামজাৰি



সম্পৰ্কে বাগিচাৰ দুজন লোকৰ মাজত প্ৰথমতে তৰ্কা-তৰ্কি আৰু পিছত মাৰপিট লাগে। আক্ৰান্ত হোৱা লোকজনে বাগিচাৰ পৰিচালক গৰাকীক আপত্তি দিয়াত বিষয়টো নিজে নলৈ মৰাণ থানালৈ প্ৰেৰণ কৰে। পুলিচে এজনক গ্ৰেপ্তাৰ কৰি ডিব্ৰুগড়লৈ চালান দিয়ে। পৰিচালকৰ প্ৰতি আগৰে পৰা বিতুষ্ট হৈ থকা চাহ বনুৱাৰ প্ৰায় ৩০০ জনীয়া পুৰুষ মহিলাৰ দল এটাই আটক বন্দীক অনতিপলমে ঘূৰাই আনিব লাগে বুলি পৰিচালকৰ কাৰ্যালয়ৰ সন্মুখত ঘটনাৰ পিছদিনা দাবী জনায়। প্ৰথমে তৰ্ক-বিতৰ্ক লাগে যদিও কথা পিছত বেয়ালৈ আহে। জনতা ক্ৰমাৎ উন্মত্ত হৈ সন্ধিয়াপৰত পৰিচালকলৈ ইটা, শিলগুটি আদি নিক্ষেপ কৰে। সহকাৰী পৰিচালক আৰু বাবু আক্ৰমণৰ বলি হয়। পৰিচালক আৰু বাবু আক্ৰমণৰ বলি হয়। পৰিচালক জন গা-ধোৱা ঘৰত সোমাই দৰজা বন্ধ কৰি সাৰিবৰ যত্ন কৰে। জনতাই গা-ধোৱা ঘৰৰ দৰজা ভাঙি পৰিচালকক টানি আনে। পৰিচালকে হাতত থকা ৰিভলভাৰ টিপে। ভাগ্যবশতঃ মৃত্যুমুখৰ পৰা জনতাই হাত সাৰে। এজন মজদুৰ যুৱকৰ লাঠিৰ কোবত ৰিভলভাৰ চিটিকি পৰে। খবৰ পাই পুলিচ বাহিনী ঘটনাস্থলীলৈ দৌৰি আহি কেইবাজনো বনুৱাক গ্ৰেপ্তাৰ কৰে। কোনোবা কু-চক্ৰী মহলে এই ঘটনাৰ আঁৰত থাকি কাম কৰা বুলি ৰাইজে সন্দেহ কৰে। ঘটনাৰ পিছত অনিৰ্দিষ্ট কালৰ বাবে বাগিচাৰ তলা বন্ধ হোৱাত মজদুৰসকলৰ দুখ দুৰ্গতিৰ সীমা নোহোৱা হয়। সহজ সৰল মজদুৰসকলক প্ৰৰোচিত কৰি বিপদৰ মুখলৈ ঠেলি দিয়াত কাৰ ন্যস্তস্বাৰ্থ জড়িত আছে সি সন্দেহৰ বিষয়। তাৰ মজদুৰ সংঘই নীৰৱ ভূমিকা গ্ৰহণ কৰাত সকলোৱে আশ্চৰ্য প্ৰকাশ কৰিছে।

কুঠৰীৰ জগদম্বা চাহ বাগিচাখন কোনো আগজাননী নিদিয়াকৈ হঠাতে যোৱা ১৫ নবেম্বৰ (৮০)ৰ পৰা সম্পূৰ্ণৰূপে বন্ধ কৰি দিয়াত তাৰ মজদুৰসকলৰ না-জল না-স্থল অৱস্থা হয়। বেচন-পাতি, বোনাচ, হাজিৰা সকলোফালৰ পৰা কষ্ট খাই জীৱন নিৰ্বাহৰ অনিশ্চিত ভৱিষ্যতৰ মাজত সোমাই পৰে। কলঘৰ অচল হৈ পৰাত প্ৰায় তিনিলাখ টকাৰ চিঙি থোৱা চাহপাত আৱদ্ধ হৈ পৰে। বাগিচাৰ মেনেজাৰ আৰু সহকাৰী মেনেজাৰ দুয়োজনে বাগিচা এৰি গুচি যায়। জনামতে দিবলগীয়া হাৰত বেচন, বোনাচ আদি নিদিয়াৰ ফলত শ্ৰমিক ধৰ্মঘট আৰম্ভ হয় আৰু চৰম বিপৰ্যয়ৰ সন্মুখীন হয়। পাততোলা কাম বন্ধ হৈ পৰাত লহপহকৈ বাঢ়ি অহা চাহগছৰ সমুদায় কলিপাত অনুপযোগী হৈ পৰে। প্ৰায় ৫০০ একৰ যুক্ত জগদম্বা চাহ বাগিচাখন প্ৰায় অন্ধকাৰ হৈ পৰে। বাগিচাৰ সঞ্চালকে কেই জনমান বনুৱা নেতাৰ কাৰণে নিৰপৰাধী বনুৱাৰ কষ্ট আৰু মালিকৰ অজস্ৰ টকা হানি হয় বুলি অভিযোগ কৰে।

ইংৰাজৰ দিনতে মৈমনচিঙিয়া মহাৰজাই স্থাপন কৰা মংগলদৈৰ ১৫০ একৰ মাটিৰ সমৃদ্ধিশালী নোৱানদী চাহ বাগিচা সময়ত পশ্চিমবংগৰ মালিক শ্ৰেণীৰ হাতলৈ যায়। এই পুৰণি চাহ বাগিচাখন সম্প্ৰতি মালিকৰ অমনোযোগিতা আৰু ধ্বংসাত্মক নীতি অৱলম্বন কৰা বাবে সম্পূৰ্ণ ধ্বংস হোৱাৰ উপক্ৰম হৈছে। জনামতে চাহ বাগিচাখনত বৰ্তমান প্ৰায় ৫০ একৰ মাটিতহে চাহ গছ আছে আৰু এইখিনিৰো অৱস্থা অতি শোচনীয়। বাগিচাৰ ডাঙৰ গছ-গছনিবোৰ কাটি বিক্ৰী কৰাৰ ফলত ছাঁৰ অভাৱত চাব গছবোৰ মৰিবলৈ উপক্ৰম কৰিছে। মালিকেও বাগিচাৰ যত্ন ল'বলৈ এৰি মাটীবোৰ বিক্ৰী কৰাত ব্যস্ত। শ্ৰমিকে শ্ৰমৰ বিনিময়ত প্ৰাপ্য ধন নেপায়। শ্ৰমিকৰ দুখৰ কথা ওপৰ মহলাত শুনাৰ কাৰো যেন সময় নাই। আমাৰ হাতত থকা তথ্য মতে ১৯৭১ চনৰ পৰা হাজিৰা-পাতি ঠিকমতে দিয়া হোৱা নাই। মাজে মাজে হাজিৰাৰ বাবদ ৫/১০ টকাকৈ দি থাকে। ১৯৭৩ চনত ১৬ সপ্তাহৰ, ১৯৭৮ চনত ২ সপ্তাহৰ হাজিৰা দিয়া নাই। ১৯৭৮ চনৰ পৰা বোনাচৰ নামত এক পইচাও দিয়া নাই। ১৯৭১ চনৰ পৰা শ্ৰমিকৰ থকা ঘৰৰ কোনো মেৰামতি কৰা নাই। চিকিৎসা, স্কুল, খোৱা-পানী আদিৰ কোনো ব্যৱস্থা নাই। ৪০০ জন শ্ৰমিকৰ ভিতৰত মাত্ৰ ৩০ জনহে স্থায়ী। বাকী সকলোবোৰক অস্থায়ী হিচাপে ৰাখি বছৰৰ পিছত বছৰ ধৰি তেওঁলোকক প্ৰতাৰণা কৰি থকা হৈছে।

বহুত চাহ বাগিচা আছে যাৰ ভিতৰুৱা আৰ্থিক অৱস্তা অত্যন্ত ভাল। কিন্তু সেই অনুপাতে মজদুৰৰ অৱস্থা যি হিচাপে ভাল হ'ব লাগিছিল তেনে নহয়। হাজিৰা, বোনাচ, ৰেচন, কোৱাৰ্টাৰ আদিও ঠিকমতে দিয়া নাই। উদাহৰণস্বৰূপে জকাই টি কোম্পানীৰ অন্তৰ্গত বাগিচাবোৰৰ অৱস্থা ভাল বুলি ক'ব পাৰি। জকাই টি কোম্পানীৰ অধীনত ১০ খন চাহ বাগিচা আছে। বাগিচা কিখন হ'ল— (১) বকুল (২) মটক (৩) চিংলিজান (৪) ডিকম (৫) পানীতোলা (৬) হাতীআলি (৭) নক্ৰাই (৮) নলনী (৯) দৈচাজান আৰু (১০) কৈলামাৰী। ১৯৭৯-৮০ চনৰ তথ্য মতে জকাই টিঃ কোঃৰ আয় হয় ১৬,৮৭,৮৯,৩৮১ টকা। ইয়াৰ ভিতৰত সকলো ধৰণৰ খৰচ-পাতি বাদ দি মুঠ লাভ হয় ২,৯১,১৮,৭৩১ টকা। আয়কৰ বাবদ চৰকাৰক ১,৯৪,৩০,০০০ টকা দিয়াৰ পিছতো মালিকৰ পকেটত ৯৬,৮৮,৭৩১ টকা ৰয়। এই কোম্পানীৰ কেইজনমান উচ্চ কৰ্মচাৰীয়ে ভাবিব নোৱাৰাকৈ শকত দৰমহা পায়। দৰমহাৰ বাহিৰেও চাকৰ-নাকৰ সমন্বিতে সুন্দৰ বৃহৎ বাংলা পায়। ভাৰতৰ ৰাষ্ট্ৰপতিয়ে ১২০,০০০ টকা পায়। কিন্তু এই কোম্পানীৰ কিছুমান উচ্চ কৰ্মচাৰীয়ে ৰাষ্ট্ৰপতিতকৈও বেছি পায়। বছৰেকত তাৰ মেনেজিং ডিৰেক্টৰ শ্ৰীভি, কে, চৌধুৰীয়ে



১,২৯,৪২২ টকা, পাৰ্চনেল মেনেজাৰ শ্ৰীআৰ, কে, জইটালিয়ে ১,২১,১৮৭ টকা, চীফ ইঞ্জিনীয়াৰ শ্ৰীএ, কৰে ১,৩৩,০১৯ টকা আৰু গাৰ্ডেন মেনেজাৰ শ্ৰীএম, এম, নাথে ১,২৮,৭৯৯ টকা পোৱাৰ কথা উক্ত কোম্পানীৰ ১৯৮০ চনৰ এক প্ৰতিবেদনত প্ৰকাশ। আনহাতেদি এজন প্ৰাপ্তবয়স্কক ৪.১৮ টকা দিয়েই ক্ষান্ত থকা হয়। হাজাৰ লাভ হ'লেও শ্ৰমিকক প্ৰাপ্য উচ্চতম হাৰ ২০ শতাংশৰ বোনাচ দিয়া নহয়। সদায় নিম্নতম হাৰ ৮.৩৩ শতাংশহে বোনাচ দিয়া হয়।

মুঠতে বাহিৰৰ পৰা সুন্দৰ যেন দেখা চাহ বাগিচাৰ ভিতৰ চ'বা অতি কদৰ্য।

# চাহ জনজাতি সমাজৰ অৰ্থনৈতি অৱস্থা

অসম তথা ভাৰতৰ অৰ্থনৈতিক দিশত প্ৰধান ভূমিকা গ্ৰহণ কৰা উপাদেয়সমূহ ভিতৰত চাহৰ স্থান প্ৰথম শাৰীত। ১৯৯৪ চনৰ এক হিচাপ মতে অসমত চাহ বাগিচা আছে ১১১৫ খন। চাহ খেতি কৰা হয় ২০,৩৮,৮৪২ বিঘা মাটিত। চাহপাত উৎপাদন হয় বছৰি গড়ে ৩০ কোটি কেজি। চাহপাত তৈয়াৰ কৰা কলঘৰ আছে ৫৮০ খন। চাহ বাগিচাত কাম কৰা শ্ৰমিক আছে প্ৰায় ৮ লাখ। অসমে চাহৰপৰা মুঠ ৰাজহ পায় বছৰি প্ৰায় ১৪০ কোটি টকা। এছিয়াৰ বৃহত্তম চাহ বাগিচাখন অসমতে। শোণিতপুৰ জিলাৰ মোনাবাৰী চাহ বাগিচা।

চাহ খেতিৰ বাবে অসমৰ নাম বিশ্বৰ মানচিত্ৰত বিখ্যাত হৈ পৰে। অসমৰ চাহ অতি সোৱাদ হিচাপে বিশ্বৰ বজাৰত সমাদৰ পাইছে। চাহৰ উৎপাদন আৰু গুণাগুণৰ ক্ষেত্ৰত আজি বিশ্বৰ ভিতৰত অসমৰ স্থান শীৰ্ষত। অসম চাহৰ পৰা ভাৰতে কোটি কোটি টকা বিদেশী মুদ্ৰা অৰ্জন কৰে। ১৯৯০ চনত চাহ ৰপ্তানি কৰি ভাৰতে প্ৰায় ১০২৮ কোটি টকাৰ বিদেশী মুদ্ৰা অৰ্জন কৰে। ১৯৯০ চনত চাহ ৰপ্তানি কৰি ভাৰতে প্ৰায় ১০২৮ কোটি টকাৰ বিদেশী মুদ্ৰা পাইছিল। এই সংখ্যা বছৰি বাঢ়ি গৈ আছে। দেশৰ ভিতৰতো চাহৰ চাহিদা যথেষ্ট আছে। চাহ উদ্যোগ অতি লাভৱান উদ্যোগ হিচাপে পৰিগণিত হৈছে। প্ৰতি হেক্টৰ মাটিত আঠ হেজাৰৰ পৰা বাৰ হেজাৰ কেজি কেঁচা চাহপাত পোৱা যায়।

ৰাইজে চাহ বাগিচাৰ কথা মনত পেলায় চাহপাতৰ ওপৰত লক্ষ্য ৰাখি। চৰকাৰে মনত পেলায় বিদেশী মুদ্ৰা আৰু ৰাজহ অৰ্জনৰ প্ৰতিলক্ষ্য ৰাখি। ৰাজনীতিৰ লোকসকলে মনত পেলায় ভোটৰ সময়ত। শিল্পী-সাহিত্যিক-কবিসকলে মনত পেলায় আপোন সৃষ্টিৰ সমল বিচাৰি। সভা-সন্মিলনত সংগঠনসমূহে মনত পেলায় চান্দা তোলাৰ সময়ত। কিন্তু যাৰ শ্ৰমৰ বলত চাহপাত উৎপাদন হৈছে, যাৰ শ্ৰমৰ বলত চাহ বাগিচা জীয়াই আছে, সেই কায়িক শ্ৰমিকসকলৰ জীৱনৰ কথা প্ৰকৃতাৰ্থত কোনেও চিন্তা নকৰে। কোনোবাই চিন্তা কৰা যেন দেখুৱালেও তাৰ মাজত স্বাৰ্থৰ টোপালা সোমাই থাকে। সেইসকলৰ



কিবা নহয় কিবা এটা অন্তৰ্নিহিত স্বাৰ্থ সোমাই থকা দেখা যায়। ই অপ্ৰিয় হ'লেও সত্য কথা। নিস্বাৰ্থভাৱে চাহ জনজাতিসকলৰ কথা কোনেও চিন্তা নকৰে। তেওঁলোকৰ জীৱন ধাৰাৰ উন্নতিৰ কথা কোনেও নাভাৱে। চৰকাৰেই হওক, চাহ বাগিচাৰ মালিক চাহাবেই হওক, ভোট বিচাৰি বাগানে বাগানে ঘূৰি ফুৰা সেই লোকসকলেই হওক, চিন্তাশীল বুদ্ধিজীৱী লোকসকলেই হওক অথবা কোনোবা সংগঠনেই হওক আজিলৈকে চাহ জনজাতিসকলৰ উন্নতিৰ কাৰণে কোনো ধৰণৰ সু-পৰিকল্পিত আঁচনি হাতত লোৱা নাই। চাহ নীলাম কেন্দ্ৰ, চাহৰ মুখ্য কাৰ্যালয় স্থানান্তৰ, বড়োলেণ্ড স্বায়ত্তশাসিত এলেকাত চাহ বাগিচা অন্তৰ্ভুক্ত, চাহ বাগিচাত সুৰক্ষা বাহিনী আৰু চাহ বাগিচাৰ ধন বিবিধ কল্যাণমূলক কামত লগোৱাৰ কথা আদিত মাত মতা দেখা যায়। বাতৰি কাকত আৰু আলোচনীবোৰেও পৃষ্ঠা ভৰাই লিখে। কিন্তু চাহ জনজাতিসকল আজিও কি অৱস্থাত পৰি আছে, সেই বিষয়ে সকলো নিমাত। তেওঁলোকৰ হকে চিন্তা কৰিবলৈ কাৰো সময় নাই। কোনেও আৱশ্যকবোধ নকৰে।

চাহ জনজাতিসকল অসমলৈ অহা প্ৰায় দুশ বছৰ হ'ল। 'আধা কামে পাবি পুৰা দাম' বুলি কোম্পানিৰ কামত মজদুৰি কৰিবলৈ তেওঁলোকক ফাঁকি মাৰি অসমলৈ আনে। আনোতে আধা বাটতে বহুতৰে মৃত্যু হয় কলেৰা মহামাৰীত। ফাঁকিৰ মাজেদি সঁচাক বিচাৰি মৰীচিকাত দীঘলীয়া সাঁতুৰ দিয়া চাহ জনজাতিসকলৰ আৰ্থিক অৱস্থা আদিৰেপৰা বেয়া। আদিৰেপৰা শোষণ-নিষ্পেষণৰ বলি হৈ আহিছে। হাড় ভগা পৰিশ্ৰম কৰি দুবেলা দুমুঠি ভালমতে খাবলৈ নেপায়। পুষ্টিকৰ আহাৰৰ কথা দূৰতে থাকে। 'লুটি আনি কুটি খোৱা' অৱস্থাৰ কোনো দিনে পৰিৱৰ্তন নহ'ল। চিৰাচৰিত হাঁহাকাৰৰ মাজেদিয়েই তেওঁলোকৰ জীৱন ঘড়ী ঘূৰিব ধৰে। আজি পৰ্যন্ত ঘূৰিয়েই আছে অবিৰাম গতিৰে। দৈন্য আৰু হাঁহাকাৰৰ বশৱৰ্তী চাহ জনজাতি সমাজখন। তেওঁলোকৰ আৰ্থিক অৱস্থা ইমান বেয়া যে এদিন হয়তো সৰ্বহাৰা হৈ ৰাজপথৰ দাঁতিত আশ্ৰয় ল'ব লগা হ'ব পাৰে। আৰ্থিক দিশত জুৰুলা হৈ থকা সমাজ এখনে প্ৰগতিৰ অন্যদিশৰ কতা চিন্তা কৰিবলৈ আহৰি নাপায়। সকলো সমস্যাৰ মূলতে হ'ল অৰ্থনৈতিক সমস্যা। যাৰ কাৰণে চাহ জনজাতি সমাজখন সকলো ফালৰপৰাই পিছপৰি থাকিব লগা হৈছে।

আৰম্ভণিৰেপৰা চাহ জনজাতিসকল আৱদ্ধ হৈ থাকিল চাহ বাগিচাৰ চাৰিবেৰৰ

মাজত। বাহিৰৰ পোহৰ নেপালে। বাগানে বাগানে পাতি দিলে মদৰ ভাটি। দিনত কাম। ৰাতি মদ। মদৰ নিচাত দূৰলৈ চাবলৈ অৱকাশ নাপালে। দৃষ্টিভংগী ঠেক হৈ থাকিল। যিমান দিনলৈকে শ্ৰমিকসকলে বুৰ্বক বনাই ৰাখিব পাৰে সিমান দিনলৈকে ইচ্ছামতে কাম আদায় কৰিব পৰাৰ কৌশল মালিকসকলে ভালদৰে জানে। গতিকেই সেই মতেই কৰা হ'ল। নিম্নতম মজুৰি, অপুষ্টিকৰ খাদ্য আদিৰে তেওঁলোকক শাৰীৰিক আৰু মানসিকভাবে পংগু কৰা হ'ল। ভাৰতৰ ভিতৰত অসমৰ চাহ শ্ৰমিকসকলেই কম মজুৰি পায়। কম মজুৰিত অধিক উৎপাদন কৰি মালিক পক্ষ লাভৱান হয়। ইফালে শ্ৰমিক শ্ৰেণী হয় জুৰুলা। মূল্যবৃদ্ধিৰ লগত মজুৰি বৃদ্ধিৰ সম্পৰ্ক নাই। শ্ৰমিকে হুলস্থূল কৰিলে কেতিয়াবা দু পইচামান বঢ়াই দিয়ে। বচ্, ইমানেই। সংগঠন কিছুমানে বাহিৰত দেখুৱাই শ্ৰমিকৰ হকে মাত মতা যেন কৰিলেও ভিতৰত মালিক পক্ষৰ লগত হাত মিলাই থাকে। কি কথা ক'ব নোৱাৰো! বিধানসভাৰ মজিয়াতো চাহ জনজাতিসকলৰ অৰ্থনৈতিক সমস্যাৰ কথাই পতা নহয়। চাহ জনজাতি মন্ত্ৰী বিধায়কসকলেও নিজৰ সমাজখনৰ কথা ভালদৰে জানিও নীৰৱ ভূমিকা পালন কৰে। বিধানসভাৰ মজিয়াত দাঙি ধৰিব লগা ধৰণৰ কোনো সমস্যাই যেন তেওঁলোকৰ নাই। এটা যেন সমস্যাবিহীন সমাজ! ফলস্বৰূপে চাহ জনজাতি সমাজখনে সকলো ফালৰ পৰাই মাৰ খাই আছে। আনৰ মাজতো মাৰ খাইছে; নিজৰ মানুহৰ মাজতো মাৰ খাইছে। মাৰ খাই খাই উঠিব নোৱাৰা হৈ পৰিছে। এনেক্ষেত্ৰত আৰ্থিক অৱস্থা টনকিয়াল হোৱা দূৰৰ কথা জীয়াই থকাই টান হৈ পৰিছে।

অধিক উৎপাদন পাবৰ নিমিত্তে চাহ গছবিলাকৰ খুব যত্ন লোৱা হয়। ভালদৰে সাৰ পানী দিয়া হয়। চাফ-চিকুণ কৰা হয়। কলম দিয়া হয়। ছাঁৰ কাৰণে চিৰিশ গছ লগোৱা হয়। এই সকলোবোৰ কাম শ্ৰমিকসকলৰ দ্বাৰা কৰোৱা হয়। কিন্তু এই চাহ গছৰ যত্ন লোৱা সেই শ্ৰমিকসকলৰ যত্ন হ'লে ভালদৰে লোৱা নহয়। অধিক শ্ৰমত কম মজুৰি, সৰু-সৰু কোৱাৰ্টাৰ, নিম্ন পৰ্যায়ৰ অপুষ্টিকৰ ৰেচন, চিকিৎসাৰ নামত ভেকোভাওনা, খোৱাপানীৰ হাঁহাকাৰ, বাৰিষাৰ বতৰত পৰিবেশৰ মাজত আৱদ্ধ হৈ থকা চাহ জনজাতিৰ জীৱন-ধাৰা। কিছুমান বাগানত পায়খানা নাই। পানী খাবলৈ কুঁৱা নাই। ঘৰবোৰ মেৰামতি নকৰে। লাইনত মদ বিক্ৰী আজিও বন্ধ হোৱা নাই। মহিলাসকলে লাইনত বহি মদ বিক্ৰী কৰে। শ্ৰমিকৰ হাজিৰাৰ বেছি ভাগ ধন মদত খৰচ কৰে।পইচা নহলে বাকীও খায়।



বোনাচ পালে ধাৰ মাৰে। ইফালে মহাজন-কাবুলী ও আনে। কেতিয়াবা নামকটা টকাও চুবলৈ নেপায়। মহাজন-কাবুলীৰ ধাৰ মাৰোতেই শেষ হয়। পৰিণত হয় পথৰ ভিক্ষাৰীত।

খাদ্যৰ অভাৱত চাহ বাগিচাত মানুহৰ মৃত্যু হৈছে। উদাহৰণস্বৰূপে কৰিমগঞ্জ জিলাৰ পাথিনী চাহ বাগিচাত যোৱা ১৯৯৪ চনৰ ১৬ মাৰ্চ তাৰিখে খাবলৈ নাপাই ৯ জন শ্ৰমিকৰ মৃত্যু হয়। দীৰ্ঘদিন ধৰি বাগিচাখনত শ্ৰমিকক কামৰ বিনিময়ত মজুৰি দিয়া নাই, ৰেচন পাতি দিয়া নাই। খাবলৈ নাপাই বাগিচাত হাঁহাকাৰ। উপায় নাপাই বনৰীয়া শাক কচু যি পায় সিজাই খাব লগা হোৱাত বহুতো লোক বেমাৰত ভুগিব লগা হৈছে। ওচৰত অন্য কোনো বাগিচা নাই, য'ত তেওঁলোকে আহাৰ বিচাৰি যাব। ভিক্ষা খুজিবলৈ যাব। মনৰ দুখত খাদ্যৰ অভাৱত শ্ৰমিকসকলে ক'বলৈ বাধ্য হৈছে, "হয় আমাক খাদ্য দিয়ক, নহলে অনাহাৰত মৰাৰ আগেয়েই আমাক গুলীয়াই মাৰক।" কথাবোৰ অসমৰ বাতৰি কাকতত প্ৰকাশ পাইছে। কলিকতাৰ কাগজতো ওলাইছে। বিধানসভাৰ মজিয়াতো আলোচনা হৈছে। আলোচনাত বিৰোধী পক্ষই চিঞৰিলে। চৰকাৰী পক্ষই উত্তৰ দিলে। পিছে গালো বালো সকলো খোলাকুটিৰ তাল। চাহ জনজাতি মন্ত্ৰী বিধায়কসকলে তাত আচৰিতভাৱে নীৰৱ ভূমিকা পালন কৰিলে। শ্ৰমিকৰ দুখ নুগুছিল। আনবোৰ চাহ বাগিচাৰ অৱস্থাও কম বেছি পৰিমাণে প্ৰায় একেই ধৰণৰ। ভালদৰে খাবলৈ ভাত এমুঠি নাপায়। ভালদৰে পিন্ধিবলৈ কাপোৰ এডোখৰ নাপায়। অৰ্ধহাৰে অৰ্ধনগ্নে কদৰ্য পৰিবেশৰ মাজত থাকে। সিহঁতৰ মূৰত কঁঠাল ভাঙি সুবিধাবাদীয়ে সুবিধা আদায় কৰি আছে। কপালৰ ঘাম মাটিত পেলাই বৰ্তি থকা সমাজখন সুখ দুখ প্ৰগতিৰ কথা চিন্তা কৰি সময় বুজি কিছুমান তথাকথিত বুদ্ধিজীৱী দালাল লোক আগবাঢ়ি অহা পৰিলক্ষিত হয়। সিহঁত হ'ল নিজকে শ্ৰমিক নেতা বুলি জাহিৰ কৰি ফুৰা সুবিধাবাদী লোক। কাম কৰে এটা। কথা কয় দহটা। কামতকৈ কথা বেছি। কথা আৰু কামৰ মাজত সামঞ্জস্য নাই। তেওঁলোকে নিজকে সৰ্বজান্তা বুলি ভাবে। সভাই সমিতিয়ে বহল দৃষ্টিভংগীৰ ফুলজাৰী মাৰি কাৰ্যক্ষেত্ৰত ঠেক দৃষ্টিভংগীৰে আগবাঢ়ে। সমাজৰ স্বাৰ্থৰ কথাতকৈ ব্যক্তিস্বাৰ্থৰ কাম কৰে। সমাজ সেৱাৰ নামত আত্মসেৱা, মজদুৰ-প্ৰেমৰ নামত-টকা প্ৰেম। আৱশ্যকীয় সময় পাৰ হৈ গলে মংলা-বুধু-ফুলমণিহঁতৰ কথা সকলোৱে পাহিৰ যায়।

# অনুসূচীকৰণ আৰু অসমৰ চাহ জনগোষ্ঠী

অসমত চাহ বাগিচা খোলাৰ লগে লগে দালালৰ ফুচুলনিত আদি ভূমি এৰি অসম ভূমিত কোৰ মৰা, পাত তোলা শ্ৰমিকৰ কাম কৰিবলৈ চাহ জনগোষ্ঠীৰ পূৰ্ব পুৰুষসকল এদিন অসমলৈ আহিছিল। চাহ বাগিচাৰ চাৰিসীমাৰ মাজত সোমাল। 'আধা কামে পাবি পুৰা দাম'— বুলি বগা চাহাবৰ দালালে ফুচুলনি দিয়াত শিক্ষা-দীক্ষা আৰু অৰ্থনৈতিকভাৱে জুৰুলা হৈ থকা এই লোকসকলে পেটৰ তাড়নাত আশাৰ ৰেঙণি দেখা পাই একো নেপালেও দুবেলা দুমুঠি পেট ভৰাই খাবলৈ পোৱাৰ আশা বুকুত বান্ধি চাহ বাগিচাত হাড় ভগা শ্ৰমিকৰ কাম কৰিবলৈ আহিল। আহি তেওঁলোকে কি পালে? 'চল মিনি আসাম যাব দেশে বড় দুখৰে আসাম যাতে দেশৰে' বুলি ভাবি অসমলৈ আহি সুখেৰে খাবলৈ পাইছে নে? আগৰ দুখ-দুৰ্দশা গুছিলনে? অৱস্থাৰ কিবা পৰিৱৰ্তন হ'লনে?— একো নহ'ল। আৰ্থিক অৱস্থা একেই থাকিল। ক'ৰবাত দুই এজনৰ এককভাৱে পৰিৱৰ্তন হ'লেই সমাজখনৰ সামগ্ৰিক পৰিৱৰ্তন হ'লহেঁতেন বুলিও আমি ক'ব খোজা নাই। চাহ বাগিচাত কাম কৰিবলৈ আহি বিৰাট কিবা এটা ভুল কৰিলে বুলিও আমি ক'ব খোজা নাই। অসমলৈ নাহি পিতৃভূমিত থকা হ'লে কিজানি এতিয়াতকৈয়ো বেয়া অৱস্থা হ'লহেঁতেন তাক কোনে জানে? কিন্তু এটা কথাই আমি জানিলো যে অসমলৈ আহি তেওঁলোকে এটা বস্তু হেৰুৱালে। বস্তুটো আগতে তেওঁলোকৰ হাততে আছিল। অসম পোৱাৰ লগে লগে চিলনীয়ে থাপ মাৰি নিয়াৰ দৰে চকুৰ পচাৰতে কোনোবাই থাপ মাৰি লৈ গ'ল। আজিও বস্তুটো বিচাৰি পোৱা নাই। বস্তুটো চৰকাৰৰ ঘৰতে আছে। ইমান কাকূতি-মিনতি কৰি থকা সত্বেও দিম বুলি কৈ আজিলৈকে বস্তুটো ঘূৰাই দিয়া নাই। সেই বস্তুটোৱেই হ'ল সংবিধান প্ৰদত্ত কবচ স্বৰূপ 'অনুসূচীকৰণ'।

সকলো ফালৰ পৰা পিছপৰা আৰু অনুসূচীত তালিকাত অন্তৰ্ভুক্ত হোৱাৰ যোগ্য হোৱা বাবে পিতৃভূমিত তেওঁলোক অনুসূচীত হিচাপে স্বীকৃত। কিন্তু অসমত নহয়। অসমত তেওঁলোকক অনুসূচীত হিচাপে আজিও স্বীকৃতি দিয়া



হোৱা নাই। অসমৰ সীমা পোৱাৰ লগে লগে তেওঁলোকৰ অৱস্থাৰ পৰিৱৰ্তন হৈ গ'ল বুলি বোধহয় ধৰা হ'ল। সেয়ে অনুসূচীত কবচটো বাতিল কৰা হ'ল। চলিহা চৰকাৰে ৰাজনৈতিক দৃশ্যপটৰ প্ৰতি লক্ষ্য ৰাখি অনুসূচীকৰণত বাধা প্ৰদান কৰিলে। পিছে ভোটৰ সময়ত তেওঁলোকৰ দুৰৱস্থাৰ কথা কৈ দুখ প্ৰকাশ কৰা হয়। তেওঁলোকৰ উন্নতিৰ বাবে বহুত কিবা-কিবি ভুৱা আশ্বাস দিয়া হয়। ভুৱা প্ৰতিশ্ৰুতি দিয়া হয়। কাৰ্যক্ষেত্ৰত একো কৰা নহয়। ভোট পাৰ হৈ যোৱাৰ লগে লগে সকলো পাহৰি যোৱা হয়। এইয়া কোনো নতুন কথা নহয়। তাহানিৰে পৰা সেই একেদৰেই চলি আছে কথাবোৰ। বাজি থাকে সেইপুৰণি ৰেকৰ্ডবোৰ। চাহ মজদুৰসকলেও তাক অহৰহ শুনি আছে। শুনাওঁতা আৰু শুনোঁতা, কোনো ভাগৰি যোৱা নাই, সেই একেটা সুৰৰ একে ধৰণৰ ৰেকৰ্ড বজাই বজাই, শুনি শুনি। আৰু বা কিমান দিন বাজি থাকিব সেই একেটা গীত— তাৰ কি ঠিক আছে!! অলপতে অসমৰ এগৰাকী চিন্তাশীল লেখক, গৱেষক, শিক্ষাবিদ ড° ৰুদ্ৰমান থাপাই 'অসমৰ চাহ সম্প্ৰদায়ৰ জনজাতি নহয় নেকি?'— শীৰ্ষক তথ্য গধুৰ প্ৰৱন্ধ এটি লিখিছে। প্ৰৱন্ধটিত তথ্য আৰু যুক্তি সহকাৰে সাৱলীল ভাষাৰে উত্থাপন কৰি অসম ভূমিত এই সম্প্ৰদায়টোক অনুসূচীতৰ তালিকাৰ পৰা বাহিৰত ৰখা যে অযুক্তিকৰ হৈছে তাক যথাযথভাৱে সুন্দৰ ৰূপত উপস্থাপন কৰিছে। থাকিবলগীয়া জনজাতীয় চৰিত্ৰ চাহ মজদুৰৰ মাজত বিদ্যমান। ই বাস্তৱ সত্য। তাক সকলোৱে দেখি আছে। লুক-ঢাক কৰাৰ কথা নাই। নতুনকৈ কোৱাৰ প্ৰয়োজন নাই। সমাজতত্ববিদৰ মতে জনজাতীয় চৰিত্ৰৰ দিশ এনে ধৰণৰ,— (১) যি হাবি-জংঘল পাহাৰীয়া অঞ্চলত বাস কৰে, (২) যি নেগ্ৰিটো-অষ্টিক অথবা মঙ্গোলীয় গোষ্ঠীৰ লোক, (৩) যাৰ লিখিত ভাষা নাই, দোৱান আছে, (৪) যি ভূত-প্ৰেতৰ পূজা কৰে, (৫) যি জীৱ-জন্তুৰ চিকাৰ কৰে, (৬) যি মদ, লাওপানী খায় ইত্যাদি। ড° থাপা ডাঙৰীয়াই সেই কথা উল্লেখ কৰিছে। বহুত দিনৰ আগতে সমাজতত্ববিদ (C. B. Momoria) দেৱেও সেই একে কথাকেই কৈ গৈছে। চাহ জনগোষ্ঠীৰ মাজত উল্লিখিত গুণবোৰ বহু পৰিমাণ আছে। পাঠকে নিজেই তাৰ বিচাৰ কৰি চাব পাৰে।

কান্দিলেহে বোলে কল পায়। পিছে চাহ মজদুৰে দেখোন কলৰ সলনি বাকলিহে পায়। কল আনে খায়। কলৰ ভাগ তেওঁলোকৰ ভাগ্যত নপৰে। তেওঁলোকৰ ভাগত বাকলিৰ ভাগহে পৰে।

চাহ জনগোষ্ঠীৰ লোকসকলক পূৰ্ব ভূমিৰ দৰে অসমতো অনুসূচীত জাতি/জনজাতি ৰূপে স্বীকৃতি দিব লাগে বুলি তোলা দাবী বহুত পুৰণি। ১৯৩৪ চনত C. S. Mullan চাহাবে চাহ মজদুৰসকলক অসমতো অনুসূচীত জাতি/জনজাতিৰ তালিকাভূক্ত কৰিব লাগে বুলি সৰ্বপ্ৰথম প্ৰস্তাৱ এটি আগবঢ়ায়। সেই প্ৰস্তাৱ 'Luthian Committee' য়ে সন্মতি দিয়াৰ পৰা বিৰত থাকে। Assam Francise Committee য়ে অৱশ্যে তাত সন্মতি প্ৰদান কৰে। সেই একে সময়তে অসম লেবাৰ পাৰ্টিৰ জন্মদাতা, চাহ জনগোষ্ঠীৰ প্ৰথম মেট্ৰিকুলেট, কটন কলেজত পঢ়িবলৈ যোৱা চাহ জনগোষ্ঠীৰ প্ৰথম ছাত্ৰ, অসম চাহ মজদুৰ সংঘ— গোলাঘাট শাখাৰ প্ৰথম সভাপতি, বিধায়ক, শ্ৰমিক নেতা প্ৰয়াত চানু খেৰীয়া দেৱে চাহ জনগোষ্ঠীৰ লোক হিচাপে চাহ জনগোষ্ঠীৰ অনুসূতচীকৰণৰ প্ৰথম দাবী তোলে। সেই দাবী প্ৰয়াত খেৰীয়াই সোণাধৰ দাস সেনাপতিয়ে সভাপতিত্ব কৰা আসাম ডিপ্ৰেছ্‌দ্ ক্লাছেছ কনফাৰেন্সত উত্থাপন কৰে। কিন্তু দুখৰ বিষয় যে সভাপতি হিচাপে দাসে তাৰ বিৰোধিতা কৰাত চৰকাৰে এই বিষয়ত কোনো পদক্ষেপ নল'লে। সংবিধান প্ৰণেতাসকলেও তাত আওকান কৰিলে। ফলস্বৰূপে চাহ মজদুৰসকল আজিও বঞ্চিত-লাঞ্ছিত শোষিত হৈ আছে।

বহুদিন বিৰতিৰ পাচত ষাঠি দশকত অসম আদিবাসী পৰিষদে পুনৰ অনুসূচীকৰণৰ দাবী তোলে। একফালৰ পৰা চাবলৈ গ'লে আদিম ভূমিত একেবাৰে পিছ পৰি থকা, আৰ্থিক অৱস্থাত জুৰুলা হৈ থকা, অনুসূচীত জাতি/জনজাতি হিচাপে স্বীকৃতি পাই থকা মানুহবোৰে অসমৰ সীমাৰেখাৰ ভিতৰলৈ অহাৰ লগে লগে কেতিয়াও উন্নত হৈ নাযায়। অৱস্থাৰ পৰিৱৰ্তন হৈ নাযায়। তেনেস্থলত কিহৰ ভিত্তিত অনুসূচীত তালিকাৰ পৰা নাম- কাটি দিলে ক'ব পৰা নাযায়। অসমৰ বড়ো-মিচিং, কাৰ্বি আদি জনজাতিৰ লোকসকল কি অসমৰ সীমা পাৰ হৈ গ'লে অজনজাতি হ'ব পাৰে নেকি? আমি জনাত যাৰ যি মাৰ্কা সেই মাৰ্কাতে থাকে। মাৰ্কাৰ কোনো সলনি নহয়। মাৰ্কা কেৱল সলনি হৈ গ'ল চাহ মজদুৰসকলৰ! এনে ধৰণৰ মাৰ্কা চাহ মজদুৰসকলৰ! এনে ধৰণৰ মাৰ্কা চাহ মজদুৰৰ বাহিৰে বোধহয় আন কাৰো সলনি হোৱা নাই। ই এক অবুজ সাঁথৰ। অনুসূচীত মাৰ্কা পাব লাগে বুলি আদিবাসী পৰিষদে যি দাবী তুলিছিল তাত চাহ জনগোষ্ঠীৰ সকলোবোৰ জাতিক সামৰা নাছিল। মাথোন ছয়টা জাতিকহে সামৰিছিল। চাহ জনগোষ্ঠীৰ মাজত তিনিকুৰিৰো অধিক জাতি আছে। সেই সময়ৰ প্ৰধান মন্ত্ৰীৰ হাতত দিয়া স্মাৰক পত্ৰখনতো ছয়টা জাতিৰ কথাই উল্লেখ কৰিছিল। চাহ জনগোষ্ঠীৰ বৃহৎ সংখ্যক লোকক বাদ দি অনুসূচীকৰণৰ দাবীত চলোৱা আদিবাসী পৰিষদৰ আন্দোলনে সমূহ চাহ জনগোষ্ঠীৰ সঁহাৰি নাপালে। সামূহিক সমৰ্থনৰ অভাৱত



আন্দোলনটিয়ে বিশেষ গা-কৰি উঠিব নোৱাৰিলে। আদিবাসী পৰিষদৰ লক্ষীমপুৰ শাখাই ১৯৭৩ চনত ফেব্ৰুৱাৰী মাহৰ ১২ তাৰিখে জিলা উপায়ুক্তৰ জৰিয়তে ভাৰতৰ প্ৰধান মন্ত্ৰীলৈ অনুসূচীকৰণৰ দাবীত এখন স্মাৰক পত্ৰ দিয়ে। কেন্দ্ৰীয় চৰকাৰৰ দ্বাৰা গঠিত অনুসূচীত জাতি/জনজাতি তালিকাৰ সংশোধনী উপদেষ্টা কমিটীয়ে ১৯৬৫ চনত চৰকাৰৰ হাতত দাখিল কৰা প্ৰবিদেনত এটা মাৰাত্মক কথা আছে। প্ৰতিবেদনত স্পষ্টভাৱে কোৱা হৈছে যে, ৰাজ্য চৰকাৰৰ আপত্তিত চাহ জনগোষ্ঠীৰ লোকসকলক অনুসূচীকৰণৰ তালিকাত অন্তৰ্ভুক্ত কৰা নহ'ল। সত্তৰ দশকৰ পৰা অসম চাহ মজদুৰ জনজাতি ছাত্ৰ সন্থাই জনগোষ্ঠীৰ সকলো জাতিকে অনুসূচীতৰ তালিকাভুক্ত কৰিব লাগে বুলি দাবী তোলে। ফলত ছাত্ৰ সন্থাই চাহ জনগোষ্ঠীৰ পৰা তাত পূৰ্ণ সমৰ্থন লাভ কৰে। বিভিন্ন সময়ত ছাত্ৰ সন্থাই চৰকাৰৰ ঘৰত দাবী তোলে, সভা-সমিতি, আলোচনাচক্ৰ পাতে। স্মাৰক পত্ৰ দিয়ে। চৰকাৰৰ দুৱাৰমুখত ধৰ্ণা দিয়ে। বাগান বন্ধ দিয়ে। অসম বন্ধ দিয়ে। পথ বন্ধ দিয়ে। ৰাজনীতিকক ঘেৰাও কৰে। ১৯৮১ চনৰ জুন মাহত শ্ৰীচাইমন বাস্কেৰ সভাপতিত্বত হাতীগড়ত পানেৰী আঞ্চলিক আদিবাসী পৰিষদৰ অধিৰেশনত হাজাৰ হাজাৰ লোকৰ পূৰ্ণ সমৰ্থনৰ মাজত অনুসূচীকৰণৰ প্ৰস্তাৱ গ্ৰহণ কৰা হয়। সভাত মুখ্য অতিথি ৰূপে বিধায়কদ্বয় শ্ৰীচিলভিউচ কন্দপান আৰু শ্ৰীবিনয় কুমাৰ বসুমতাৰীও উপস্থিত আছিল। ১৯৮৪ চনৰ নৱেম্বৰ মাহত প্ৰয়াত নাৰদ কমাৰৰ সভাপতিত্বত অনুষ্ঠিত হোৱা ৰাজনীতিকৰ বৈঠকত অনুসূচীকৰণৰ প্ৰস্তাৱ গ্ৰহণ কৰি মুখ্যমন্ত্ৰীক হেঁচা দিয়া হয়। বৈঠকত হিতেশ্বৰ শইকীয়া মন্ত্ৰীসভাৰ কেবিনেট মন্ত্ৰী শ্ৰীৰামেশ্বৰ ধানোৱাৰ, শ্ৰীপৃথি মাঝী, শ্ৰীচিলভিউচ কন্দপান, শ্ৰীদিলেশ্বৰ তাঁতী, শ্ৰীবলোৰাম নাগ, শ্ৰীদীনেশ গোৱালা আৰু শ্ৰীজয়চন্দ্ৰ নাগবংশী উপস্থিত আছিল। তাৰ এমাহৰ পাচত কোকৰাঝাৰ জিলা ওৰাও সংঘয়ো অনুসূচীকৰণৰ দাবীত মুখ্যমন্ত্ৰীৰ হাতত এখন স্মাৰক পত্ৰ দিয়ে। ফলস্বৰূপে কংগ্ৰেছী আমোলত প্ৰয়াত হিতেশ্বৰ শইকীয়াৰ দিনত অনুসূচীতকৰণৰ সম্পৰ্কত এখন পাঁচজনীয়া কেবিনেট কমিটী গঠন কৰা হয়। কমিটীত চাহ জনগোষ্ঠীৰ দুজন মন্ত্ৰীও আছিল। পিছে কমিটীত চাহ জনগোষ্ঠীৰ দুজন মন্ত্ৰীও আছিল। পিছে কমিটীৰ কাম-কাজৰ কথা একো গম পোৱা নগ'ল। তাৰ পাচত অগপ চৰকাৰৰ দিনত অনুসূচীকৰণৰ দাবী আকৌ জোৰেৰে চলে। ১৯৮৬ চনৰ জুন মাহত অনুসূচীকৰণ সম্পৰ্কত গুৱাহাটীত চাহ জনগোষ্ঠী বুদ্ধিজীৱীৰ এখন সভা বহে। সভাত অসম চৰকাৰে ভাৰত চৰকাৰলৈ দিয়া L/No.TAD/PT.705/76/124.dated 1- 8-77 চিঠিত চাহ জনগোষ্ঠীৰ মাত্ৰ ৯ টা জাতিক অনুসূচীকৰণ কৰিব লাগে বুলি দিয়া পৰামৰ্শৰ ওপৰত আলোচনা কৰা

হয়। আলোচনাত চাহ জনগোষ্ঠীক সামগ্রিকভাৱে অনুসূচীকৰণৰ তীব্ৰ দাবী তোলা হয়। চাহ জনজাতি ছাত্ৰ সন্থাই ১৯৮৭ চনৰ জুলাই মাহত মুখ্যমন্ত্ৰীৰ হাতত অৰ্পণ কৰা স্মাৰক পত্ৰৰ এক নম্বৰ দফাত পৰিষ্কাৰভাৱে লিখিছে এইদৰে— 'অসমত থকা সকলো চাহ ও প্ৰাক্তন চাহ শ্ৰমিককে অনুসূচীত জাতি/জনজাতি হিচাপে স্বীকৃতি দিব লাগে।' সেই বছৰৰে ডিচেম্বৰ মাহৰ পাঁচ তাৰিখে তদানীন্তন শ্ৰম মন্ত্ৰী শ্ৰীবাৰ্কীপ্ৰসাদ তেলেঙাৰ পৌৰোহিত্যত দিচপুৰত অসম চাহ মজদুৰ সংঘ, অসম চাহ জনজাতি সাহিত্য সংস্কৃতি পৰিষদ, অসম চাহ জনজাতি ছাত্ৰ সন্থা, অসম আদিবাসী পৰিষদ, অসম শ্ৰম পৰিষদ, অসম চাহ জনজাতি যুৱ সন্থাৰ এখন প্ৰতিনিধিমূলক সভা বহে। সভাত সকলো দিশ আলোচনা কৰাৰ অন্তত সৰ্বসন্মতিক্ৰমে চাহ জনগোষ্ঠীৰ অনুসূচীকৰণৰ প্ৰস্তাৱ গ্ৰহণ কৰা হয়। আৰু চৰকাৰৰ ঘৰত হেঁচা দিবলৈ মনস্থ কৰা হয়। সেই বছৰৰে অক্টোবৰ মাহত চাহ জনজাতি ছাত্ৰ সন্থাই অনুসূচীকৰণৰ দাবীত জনতা ভৱনৰ সন্মুখত ধৰ্ণা দিয়ে। সেই একেটা মাহত দিল্লীৰ ব'ট ক্লাবতো চাহ জনজাতি যুৱ ছাত্ৰ পৰিষদে ধৰ্ণা দিয়ে। পৰিষদে দিচপুৰতো প্ৰতীক ধৰ্মঘট পালন কৰে। তাৰ কিছুদিনৰ পিছত ডিচেম্বৰ মাহৰ সোঁতৰ তাৰিখে জনতা ভৱনত মুখ্যমন্ত্ৰী শ্ৰীপ্ৰফুল্ল কুমাৰ মহন্তৰ লগত আট্ছাৰ এখন বৈঠক বহে। বৈঠকত আট্ছাৰ তদানীন্তন সভাপতি শ্ৰীলোকেশ্বৰ কুৰ্মী, সম্পাদক শ্ৰীভগীৰথ কৰণ, উপদেষ্টাদ্বয় শ্ৰীউমেশ বৰাইক আৰু ঝুড়ো গড়, অৰ্জুন চাহু, বীৰেণ মিৰ্ধা, দুলেন নায়ক, ভোলা ৰাউতীয়া, গোলাপ টংলা আৰু লগতে আছুৰ তদানীন্তন সভাপতি শ্ৰীকেশৱ মহন্ত, অতুল বৰা, কাৰ্তিক হাজৰিকা উপস্থিত আছিল। বৈঠকত অনুসূচীকৰণৰ পক্ষত মত পোষণ কৰা হয়। ১৯৮৭ চনৰ অক্টোবৰ মাহৰ তেৰ তাৰিখে বিধানসভাতো অনুসূচীকৰণৰ কথা শ্ৰীবিনয় খুংগুৰ বসুমতাৰীয়ে উত্থাপন কৰে। শ্ৰীচিলভিউচ কন্দপান আৰু শ্ৰীশান্তিৰঞ্জন দাসগুপ্তই তাক সমৰ্থন কৰে। তদানীন্তন ৰাজহমন্ত্ৰী শ্ৰীথানেশ্বৰ বড়োৱে তাৰ বাবে এখন সদন কমিটী গঠন কৰা হৈছে বুলি উত্তৰত কয়। সেই একে কথা শ্ৰীনৰেন তাঁতীয়েও ১৯৮৯ চনৰ নৱেম্বৰ মাহৰ তেইশ তাৰিখে মুখ্যমন্ত্ৰী শ্ৰীমহন্তৰ হাতত চাহ জনগোষ্ঠীৰ পাঁচজন বিধায়কে অনুসূচীকৰণৰ দাবীত এখন স্মাৰক পত্ৰ দিয়ে। বিধায়ক কেইজন হ'ল— (১) শ্ৰীবাৰ্কীপ্ৰসাদ তেলেঙা, (২) শ্ৰীদীপেন তাঁতী, (৩) শ্ৰীনৰেন তাঁতী, (৪) শ্ৰীবিনোদ গোৱালা, (৫) শ্ৰীপদ্মনাথ কৈৰী। এইদৰে অনুসূচীকৰণৰ দাবী চলি থাকিল। চৰকাৰেও আশ্বাস দি থাকিল। ১৯৯৫ চনৰ ফেব্ৰুৱাৰী মাহৰ চাৰি তাৰিখে কেন্দ্ৰীয় জনজাতি কল্যাণ মন্ত্ৰীয়ে গুৱাহাটীৰ জ'জ ফিল্ডত আয়োজিত কোচ ৰাজবংশী ক্ষত্ৰিয় সন্মিলনৰ সভাত চাহ জনগোষ্ঠীৰ লোকসকলক জনজাতিৰ তালিকাভূক্ত কৰিবৰ বাবে কেন্দ্ৰীয় চৰকাৰে বিহিত ব্যৱস্থা



গ্ৰহণ কৰিব বুলি ঘোষণা কৰে। ১৯৯৬ চনৰ জুলাই মাহত ১৫ জনীয়া বাছনি কমিটীয়ে কেন্দ্ৰীয় চৰকাৰৰ হাতত অনুসূচীত জনজাতিৰ তালিকাত অন্তৰ্ভুক্ত কৰিবলৈ এখন তালিকা দাখিল কৰে। তাত ৬০ টা জাতি-উপজাতিৰ নাম আছে। চাহ জনগোষ্ঠীৰো নাম আছে। ১৯৯৯ চনৰ নৱেম্বৰ মাহত গুৱাহাটীৰ অসম চাহ শ্ৰমিক কল্যাণ পৰিষদৰ সভাকক্ষত কেন্দ্ৰীয় জলসম্পদৰ ৰাজ্য মন্ত্ৰী শ্ৰীমতী বিজয়া চক্ৰৱৰ্তীৰ আটছাৰ নেতৃবৃন্দৰ সৈতে হোৱা আলোচনাকালত চাহ জনগোষ্ঠীৰ লোকসকলক অনুসূচীত জনজাতি হিচাপে স্বীকৃতি দিয়া সন্দৰ্ভত লোকসভাত উত্থাপন কৰি যথোচিত ব্যৱস্থা গ্ৰহণ কৰিব বুলি তেওঁ ঘোষণা কৰে। কিন্তু দুখৰ বিষয় যে তেতেৰ ঘোষণা ঘোষণা হৈয়েই আছে। বৰ্তমানলৈকে এই বিষয়ে তেখেতে বা চৰকাৰে কোনো কাৰ্যকৰী ব্যৱস্থা হাতত লোৱা পৰিলক্ষিত হোৱা নাই।

অনুসূচীকৰণ সম্পৰ্কত বিহিত ব্যৱস্থা চৰকাৰে নল'লেও চাহ জনজাতি চাত্ৰ সন্থাই দাবী উত্থাপন কৰিয়েই থাকিল। চৰকাৰেও শুনি শুনি আমনি লগাত সান্ত্বনা দিয়াৰ মানসেৰে অসম চৰকাৰে কেন্দ্ৰীয় চৰকাৰলৈ ১৯৯৫ চনৰ ১৫ নৱেম্বৰত চাহ জনগোষ্ঠীক জনজাতিৰ তালিকাত অন্তৰ্ভুক্ত কৰিব লাগে বুলি অনুমোদন কৰি পঠায়। লগতে চাহ জনগোষ্ঠীৰ মাজত থকা জাতি-জনজাতিৰ তালিকা এটিও পঠায়। অসম চৰকাৰে নিজৰ কৰ্তব্য এইদৰে সমাপন কৰে। কাম পিছে হোৱা নাই। হ'বনে নহয় তাৰো ঠিকনা নাই। এতিয়ালৈ তেনে কোনো কাৰ্যকৰী ব্যৱস্থাও গ্ৰহণ কৰা নাই।

চাহ জনগোষ্ঠী কামত জনজাতি নহ'লেও নামত জনজাতি। তাক কোনেও কৃপণালি কৰা নাই। ৰাইজেও জনজাতি বুলি ভাবে। লেখক-লেখিকাসকলেও জনজাতি বুলি লিখে। চৰকাৰেও জনজাতি বুলি উচ্চাৰণ কৰে। চাহ জনগোষ্ঠীৰ কল্যাণৰ বাবে এটি সঞ্চালকালয় আছে। চৰকাৰে তাৰ নাম থ'লে চাহ জনজাতি সঞ্চালকালয়। সেইদৰে আছে চাহ জনজাতি জিৰণি চ'ৰা, চাহ জনজাতি ছাত্ৰাবাস, চাহ জনজাতি ছাত্ৰী নিবাস আদি। চাহ জনগোষ্ঠীৰ সন্থা-সংগঠনবোৰ নাম থলে এইদৰে— চাহ জনজাতি যুৱ-ছাত্ৰ পৰিষদ, চাহ জনজাতি সংগ্ৰাম পৰিষদ, চাহ জনজাতি কল্যাণ পৰিষদ আদি। এইবোৰ দেখি-শুনি বহুতে আমাক জনজাতি বুলিয়েই ভাৱে। জনজাতি হিচাপে পাব লগা সুবিধা পাই আছো বুলি ভাবে। পিছে আমি হে জানো— আচলতে আমি কি? আৰু পাই আছো কি?

অলপতে ঝাৰখণ্ডৰ জামছেদপুৰত অনুষ্ঠিত হোৱা আলোচনাচক্ৰ এখনত অসমৰ পৰা যোৱা চাহ জনগোষ্ঠীৰ আলোচক এজনেও ভাৰতৰ অনুসূচীত জাতি-জনজাতিৰ সভাপতি দিলীপ সিং ভুৰিয়াৰ সন্মুখত এই দাবী তুলি আহিছে।

অসমৰ চাহ জনগোষ্ঠীৰ লোকসকলৰ এই অনুসূচীকৰণৰ দাবীত এক জোৰদাৰ আন্দোলন গঢ়ি উঠা দৰকাৰ। এইক্ষেত্ৰত চাহ জনগোষ্ঠীৰ লেখক-বুদ্ধিজীৱী, বিভিন্ন সংগঠনৰ নেতা, ৰাজনীতিক আদিৰো যথেষ্ট কৰণীয় আছে বুলি আমি অনুভৱ কৰো। তাৰ বাহিৰেও অসমৰ অনা-চাহ জনগোষ্ঠীৰ আন আন গণতান্ত্ৰিক চিন্তাশীল লোকসকলৰো সমৰ্থনৰ প্ৰয়োজন আছে। ভৱিষ্যত দিনবোৰত এই শোষিত-নিস্পেষিত লোকসকলৰ বাবে সংবিধান প্ৰদত্ত এই অধিকাৰৰ দাবী বেছি জোৰদাৰ হ'ব লাগে বুলি আমি বিবেচনা কৰো।



# চাহৰ বিষয়ে কিছু কথা

ধান খেতি প্ৰথম কৰা হয় চীন দেশত। চাহ খেতিও প্ৰথম কৰা হয় চীন দেশত। দুয়োবিধ খেতিয়েই অতি পুৰণি। এই খিনিতে প্ৰশ্ন হয় যে কোনবিধ খেতি আগতে কৰা হৈছিল? ধানৰ নে চাহৰ? উদ্ভিদবিদ জুলিয়েনৰ মতে খৃঃ পূঃ ২৮০০ চনত প্ৰথম ধান খেতি কৰা হয়। আনহাতে উদ্ভিদবিদসকলৰ মতে চীনা সম্ৰাট চেনন্‌ঙৰ দিনত খৃঃ পূঃ ২৭০০ চনত প্ৰথম চাহ খেতি কৰা হয়। এই ফালৰ পৰা চাবলৈ গ'লে ধানতকৈ চাহৰ খেতি পিছত কৰা হৈছিল।

চীন আৰু জাপানত অতীজৰে পৰা চাহক এক দ্ৰব্যজাত পানীয় হিচাপে গ্ৰহণ কৰা হয়। চীনদেশৰ বিখ্যাত চিকিৎসা বিজ্ঞানী লু-ফিকিঙৰ মতে, চাহ খোৱা মানুহৰ সাধাৰণতে হৃদৰোগ নহয়। জাপানী বিজ্ঞানীসকলৰ মতে, চাহে কলেৰা, টাইফয়েড, আৰু গ্ৰহণী ৰোগ বৃদ্ধিত বাধা দিয়ে। জাপানৰ বিজ্ঞানীসকলৰ মতে, চাহে কেন্সাৰ ৰোগ নিয়ন্ত্ৰণত খুব সহায় কৰে। ৰাছিয়াৰ ড° ৰাইজা খোচনো ভাইৰ মতে চাহত ১৩০ বিধ ৰাসায়নিক দ্ৰব্য নিহিত হৈ আছে। বিজ্ঞানীসকলৰ মতে, চাহে শৰীৰৰ শিৰা-উপশিৰা মজবুত কৰে, খাদ্যনলীক সহায় কৰে, মানসিক আৰু শাৰীৰিক শক্তিৰ যোগান ধৰে, শৰীৰৰ উষ্ণতা নিয়ন্ত্ৰণ কৰে, উশাহ-নিশাহ লোৱাত সহায় কৰে, চকুৰ উপকাৰ সাধন কৰে, দাঁতৰ বেমাৰ হোৱাত বাধা দিয়ে ইত্যাদি ইত্যাদি।

পৃথিৱীত চাহৰ প্ৰচলন দিনক দিনে বাঢ়ি গৈছে। চাহ নোহোৱা দেশে চাহ হোৱা দেশৰ পৰা পৰ্যাপ্ত পৰিমাণৰ চাহ আমদানি কৰে। ১৯৮১-৮২ চনৰ হিচাপ মতে, পৃথিৱীৰ ১৩১ খন দেশে বিভিন্ন দেশৰ পৰা চাহ আমদানি কৰে। পৃথিৱীৰ প্ৰায় আধাভাগ মানুহে চাহ খায়।

চাহ খেতি কৰা পৃথিৱীৰ দেশসমূহ হ'ল,— চীন, ভাৰত, জাপান, শ্ৰীলংকা, টাইৱান, ৰাছিয়া, ইন্দোনেচীয়া, বাংলাদেশ, দক্ষিণ আফ্ৰিকা, মালোৱাৰ, কেনিয়া, উগাণ্ডা, টাঞ্জানিয়া, ইৰাণ, তুৰস্ক, আৰ্জেন্টিনা, ব্ৰাজিল, মালয়েছিয়া, কেমেৰুণ, মৰিচাছ, মোজাম্বিক, ৰাৱান্দা, বাৰিন্দি, আৰু ভিয়েটনাম।

চাহ শব্দটো চীন দেশৰ পৰা আহিছে। চীন দেশত চাহক 'চা' (CHA) বোলে। আখৈ ভাষাত চাহক 'টে' বোলে। কেণ্টন এলেকাত চাহ (CHAH) বোলে। সময়ত

ইংৰাজীত চাহে 'টী' (TEA) নাম পায়।

চীনা দাৰ্শনিক লুইউক হৈছে চাহৰ বিষয়ে লিখা প্ৰথম লেখক। ৭৮০ চনত তেওঁ চাহৰ বিষয়ে প্ৰথম কিতাপ লিখে। কিতাপখনৰ নাম 'চ্ছাচ্ছিয়াং'।

চীন দেশত 'ডেক্সি' নামৰ এখন গাঁও আছে। গাঁওখনত এহাজাৰ বছৰৰ পুৰণি চাহ গছ এজোপা আছে। গছ জোপাৰ পাতবোৰ বগা। গুটি কেতিয়াও নালাগে। বংশ বৃদ্ধিও নহয়। মাত্ৰ, এজোপাই আছে। বহু চেষ্টা কৰিও তাৰ বংশ বৃদ্ধি কৰিব পৰা নাই। আচৰিত কথা যে গছ জোপাৰ শিপাবোৰ লৰাই দিলে বগা পাতবোৰ সেউজীয়া হৈ পৰে। পৃথিৱীৰ আন ক'তো এনে ধৰণৰ চাহ গছ দ্বিতীয় এজোপা নাই। গছজোপা এতিয়াও জীয়াই আছে। তাৰ পৰা তৈয়াৰ কৰা চাহপাতৰ গোন্ধ আন চাহপাতৰ গোন্ধ আনৰ লগত নিমিলে।

তিব্বতীয় সকলৰ প্ৰধান খাদ্য হৈছে চাহ। তেওঁলোকে বছৰৰ প্ৰথম দিনটোত মানুহক বিশেষভাবে চাহেৰে সোধ-পোছ কৰে। তিব্বতীয় সকলে দিনটোত ৩০ কাপৰ পৰা ৭০ কাপ চাহ খায়। মংগোলীয়সকলে চাহৰ লগত কেঁচা কণী খায়।

বিখ্যাত সাহিত্যিক মি. চেনন্‌গুৰ মতে "চাহ মদতকৈ শ্ৰেষ্ঠ। কাৰণ চাহে মানুহক মাতাল নকৰে। চাহ পানীতকৈ শ্ৰেষ্ঠ। কাৰণ চাহত বীজাণু নাথাকে। " জাপানী দাৰ্শনিক ইয়েচিচৰ মতে, 'চাহ এবিধ সঞ্জীৱনী।

অসমীয়া ভাষাত চাহৰ ওপৰত দিয়া প্ৰথম বিজ্ঞাপনটো হ'ল,— "তামোলবাৰীত তামোল নাই কৰে আহ আহ, তামোলবাৰীত চাহ খাই কৰে বাহ বাহ।"

পৃথিৱীত দৈনিক এশ কোটি কাপতকৈয়ো বেছি চাহ খোৱা হয়। ইংৰাজসকলে পৃথিৱীৰ আন সকলোতকৈ বেছি চাহ খায়। সেই পৰিমাণৰ চাহ পৃথিৱীৰ আন কোনো জাতিয়ে নাখায়। ইংলেণ্ডে আন সকলো দেশতকৈ বেছি চাহপাত আমদানি কৰে।

ভাৰতবৰ্ষত প্ৰথম চাহ নীলাম হয় ১৮৬১ চনত,— কলিকতা নীলাম বজাৰত। চাহ বাগিচাই হৈছে ভাৰতৰ বেছি সংখ্যক মহিলাই কাম কৰা এক মাত্ৰ উদ্যোগ। অসমলৈ প্ৰথম মটৰ গাড়ী আহে চাহ উদ্যোগৰ যোগেদি। গাড়ীখন আনিছিল নিউটন গিল নামৰ এজন চাহ খেতিয়কে। চনটো আছিল ১৯০৪ চন। গাড়ীখনৰ নাম আছিল 'ডোৰ'। ঠিক সেইদৰে উৰাজাহাজ অসমলৈ প্ৰথম আহিছিল চাহ উদ্যোগৰ জৰিয়তেই। ১৯২৮ চনৰ কথা। টোকলাই চাহ গৱেষণা কেন্দ্ৰৰ মিঃ টানষ্টলৰ ঘৈনীয়েকৰ বেমাৰ টান হোৱাত চিকিৎসাৰ বাবে তেওঁক কলিকতালৈ উৰাজাহাজেৰে নিয়াৰ ব্যৱস্থা কৰা হয়। জ্যোতিপ্ৰসাদ আগৰৱালাই প্ৰথম অসমীয়া ছবি 'জয়মতী' কৰিবলৈ প্ৰথম ষ্টুডিঅ' অস্থায়ী ভাবে পাতিছিল এখন চাহ বাগিচাৰ মজিয়াত।



চাহৰ বিষয়ে বিশ্ববিখ্যাত কবি সাহিত্যিক বি চিডনি স্মিথে কৈছে এইদৰে,— চাহৰ বাবে ঈশ্বৰক ধন্যবাদ। চাহ নহ'লে পৃথিৱীখন কি যে হ'লহেঁতেন? চাহৰ জন্মৰ পূৰ্বেই মই যে পৃথিৱীলৈ নাহিলোঁ, তাৰ বাবে মই খুবেই আনন্দিত।

আমেৰিকাৰ হেল্‌থ ফাউণ্ডেশ্বন সঞ্চালক ড° জন উইচ বাৰ্গাৰে কৈছে যে দৈনিক ছয় কাপ চাহ খালে কেন্সাৰ বেমাৰৰ পৰা হাত সাৰি থকাৰ আশা কৰিব পৰা যায়। তেওঁ যোৱা ৪০ বছৰে কেন্সাৰ ৰোগৰ ওপৰত গৱেষণা কৰি আছে। বৈজ্ঞানিক সকলৰ মতে, চাহত এনে এবিধ পদাৰ্থ আছে,— যি ব্লাড কেন্সাৰ হোৱাত বাধা দিয়ে।

গাখীৰ চাহতকৈ ফিকাচাহ খোৱা ভাল। ফিকা চাহ শৰীৰৰ কাৰণে উপকাৰী। ফিকা চাহ খোৱা মানুহৰ সাধাৰণতে হৃদৰোগ নহয়। হ'লেও খুব ক'ম।

চাহৰ বিষয়ে বিখ্যাত বুদ্ধিজীৱী ড° অমলেন্দু গুহই লিখিছে এইদৰে,—

"কিহেৰে চাহ গছ তেজী হ'ল
মাংৰা ভাই?
ককাদেউতাৰ হাড়ৰ সাৰেৰে জৱাব আহে;
কিহেৰে চাহৰ ৰং ৰঙা হ'ল
বুধুৱা ভাই?
গিৰমিটিয়াৰ তেজৰ ৰঙেৰে
আৱাজ উঠে।"

# চাহ জনজাতিৰ শিক্ষা

বৰ্তমান অসমত চাহ বোৰ্ডৰ পঞ্জীয়নভুক্ত চাহ বাগিচা আছে ১,১১৫ খন। তাৰে ৮৫০ খন ডাঙৰ বাগিচা, বাকীবোৰ সৰু বাগিচা। ডাঙৰ বাগিচাৰ ভিতৰত ৭৮৩ খনে ভৱিষ্যনিধি আইন কাৰ্যকৰী কৰিছে। বাকীবোৰে কৰা নাই। অৱশ্যে বিধানসভাৰ মজিয়াত এই কথা প্ৰকাশ পাইছে।

বাগিচাবাসী আৰু বস্তিবাসী সকলোকে মিলাই চাহ জনজাতিৰ মুঠ জনসংখ্যা প্ৰায় ৬০ লাখ। অসমৰ মুঠ জনসংখ্যাৰ এক সিংহভাগ চাহ জনজাতি সমাজে অধিকাৰ কৰি আছে। এই বৃহৎ সংখ্যাক চাহ জনজাতি সমাজখনত শিক্ষিতৰ হাৰ পুতৌলগা।

পৰাধীন যুগত চাহ বাগিচাত শিক্ষাৰ প্ৰচাৰ নাছিল বুলি ক'ব পাৰি। সেই সময়ত খোৱা-লোৱাৰ বাবে কাম কৰাই একমাত্ৰ চিন্তা আছিল। 'লুটি আনি কুটি খোৱাই চাহ জনজাতিৰ জীৱন গতি। চাহ কোম্পানীয়ে চাহ বাগিচাত শিক্ষাৰ বিষয়ে কোনো মন-কাণ দিয়া নাছিল।

অৱশ্যে সময়ত মিছনেৰী চাহাবসকলে ধৰ্ম প্ৰচাৰৰ উদ্দেশ্য আগত ৰাখি চাহ জনজাতিসকলৰ শিক্ষাৰ কথা কিছু চিন্তা কৰিছিল। তেওঁলোকে গীৰ্জা পতাৰ লগে লগে শিক্ষানুষ্ঠানো পাতিছিল। পঢ়া-শুনাত সহায় কৰিছিল। তেওঁলোকৰ সহায়ত চাহ জনজাতিয়ে কিছু শিক্ষাৰ পোহৰ পালে।

কোম্পানীয়ে বাগিচাত শিক্ষানুষ্ঠান পতা নাছিল। মিছনেৰীৰ তৎপৰতাত দুই-এক কোম্পানীয়ে বাগিচাত লাহে লাহে শিক্ষানুষ্ঠান দিব ধৰিলে। বাগিচাৰ ল'ৰা-ছোৱালীও লাহে লাহে বিদ্যালয়লৈ যাব ধৰিলে। যিবিলাক বাগিচাত বিদ্যালয় নাছিল সেইবোৰ ঠাইৰ ল'ৰা-ছোৱালীৰ পঢ়াৰ কোনো উপায় নাছিল। শিক্ষাৰ প্ৰতি অনুৰাগ থকা দুই-এক অভিভাৱকে কষ্ট কৰি নিজৰ ল'ৰা-ছোৱালীক ওচৰৰ বাগান অথবা বস্তিৰ স্কুলত পঢ়োৱাৰ ব্যৱস্থা কৰিছিল। শিক্ষাৰ প্ৰতি অনুৰাগী আখৰ চিনি পোৱা তেনে অভিভাৱকৰ সংখ্যা তেনেই নগণ্য আছিল। বগা চাহাবে চাহ বাগিচাত কাম কৰিবলৈ যথেষ্ট সংখ্যক বঙালী বাবু নিয়োগ কৰিছিল। বঙালীৰ প্ৰভাৱত অসমৰ চাহ বাগিচাৰ বিদ্যালয়তো বঙালী ভাষা চলিছিল। চাহ বাগিচাৰ ল'ৰা-ছোৱালীয়ে বঙালীত লিখা-পঢ়া শিকিছিল। আজিও চাহ বাগিচাত বহুত বুদ্ধ লোক আছে, যিসকলে বঙালী মাধ্যমত লিখা-পঢ়া কথা স্মৰণ কৰে। বঙালী বিদ্যালয় অৱশ্যে বেছি দিন নচলিল। অসমীয়া ভাষাৰকিতাপ-পত্ৰ ওলোৱাৰ লগে লগে অসমীয়া ভাষাই ঠন ধৰি উঠে। সময়ত চাহ বাগিচাৰ বিদ্যালয়ৰ পৰা বঙালী ভাষা উঠি যায়। তেতিয়াৰ পৰা আজিলৈকে চাহ জনজাতিসকলে অসমীয়া মাধ্যমত লিখা-পঢ়া শিকি আছে। ব্ৰহ্মপুত্ৰ উপত্যকাৰ চাহ বাগিচাত অসমীয়া ভাষাই পুৰ্ণতা লাভ কৰিলেও সুৰমা উপত্যকাৰ চাহ বাগিচাত পুৰ্ণতা লাভ কৰিব নোৱাৰিলে। তাৰ বিদ্যালয়বোৰ শিক্ষাৰ মাধ্যম বঙালী।



বহুযুগ ধৰি অসমত থকা চাহজনজাতিসকলে অসমীয়া ভাষা আয়ত্ত কৰিব পাৰিলেও জনসংখ্যা অনুপাতে শিক্ষাৰ জখলাত বগাব নোৱাৰিলে। তেওঁলোকে যি পৰিলেও পাৰিপাৰ্শ্বিকতাৰ মাজত দিন অতিবাহিত কৰিছে, তাত শিক্ষাৰ কথা ভাবিব নোৱাৰে। চাহ জনজাতিৰ বাসস্থলীত শিক্ষাৰ পৰিৱেশ নাই। এসোপা ল'ৰা-ছোৱালী লৈ অস্বাস্থ্যকৰ পৰিৱেশত জীৱন-ধাৰণ কৰে। দিনবোৰ পাৰ হয় পেটৰ তাড়নাত, ভাত-কাপোৰৰ চিন্তাত। তাৰ মাজতে মাছে মদ-লাও পানীৰ কথা। নিচা খাই পৃথিৱীৰ কথা পাহৰি যায়। পাহৰি যায় ভৱিষ্যতৰ কথা পাহৰি যায়। পাহৰি যায় ভৱিষ্যতৰ কথা পাহৰি যায় ল'ৰা-ছোৱালীক বিদ্যালয়লৈ পঠোৱাৰ পৰিৱৰ্তে 'চেনা খেলা'ৰ বাবে মাকৰ লগত কামজাৰীথলীলৈ পঠায়। অলপ ডাঙৰ হ'লে কাম কৰিবলৈ পঠায়। স্কুললৈ পঠোৱাৰনাম নাই। নহ'লেনো দুহাজাৰ শ্ৰমিক থকা চাহ বাগিচাৰ প্ৰাইমেৰী স্কুলত ছাত্ৰ-ছাত্ৰীৰ সংখ্যা মাত্ৰ ৭/৮ জনহে হয়নে। বাগিচাৰ মালিকে কামৰ প্ৰতিহে নজৰ ৰাখে। শিক্ষাৰ প্ৰতি নজৰ ৰখাৰ আৱশ্যকবোধ নকৰে। ৰজাঘৰৰো সেই একেই কথা। শ্ৰমিকলৈ মনত পৰে নিৰ্বাচনৰ বতৰত। সংগঠনবোৰৰ মনত পৰে চান্দা লোৱাৰ সময়ত। শিল্পীসকলৰ মনত পৰে চিনেমা কৰাৰ সময়ত। লেখকসকলৰ মনত পৰে লেখনীৰ সময়ত। নিজৰ নিজৰ ধান্দাত সকলো ব্যস্ত। শ্ৰমিকসকলে মুখ মেলি চাই থাকোতেই যায়। ল'ৰা-ছোৱালীবোৰক বাগানীয়া ভাষাৰ জ্ঞান নথকা শিক্ষকৰ অকৌশল শিকনিৰ শিক্ষা আৰ্হিত প্ৰচুৰ অপকাৰ কৰা দেখা গৈছে। চাহ জনজাতি সমাজৰ ল'ৰা-ছোৱালীয়ে মাত ফুটাৰে পৰা মাক-বাপেকৰ লগত, লগৰীয়াৰ লগত অনবৰত বাগানীয়া ভাষাৰ মাজতে দিন অতিবাহিত কৰে। খাওতে, শোওতে, উঠোতে, বহোতে, খোলোতে অনবৰত বাগানীয়া ভাষা। সৰুতে অসমীয়া ভাষাৰ লগত বহুতৰে চিনাকি নাথাকে। চিনাকী হয় পিছেপৰে। বিদ্যালয়লৈ গৈ অভ্যস্ত হৈ থকা বাগানীয়া ভাষাৰ পৰিৱৰ্তে হঠাৎ অন্য ভাষা এটা পালে পঢ়াত

অৰ্থ বুজি নোপোৱাকৈ পঢ়ি যায়। পঢ়ি পঢ়ি মুখস্থ কৰে। এইদৰেই তেওঁলোকৰ শিক্ষাৰ চকৰী ঘূৰে। তেওঁলোকক প্ৰকৃত শিক্ষাৰ মাজেৰে গঢ়ি তুলিব খুজিলে ঘৰুৱা জীৱনত ব্যৱহাৰ কৰা বাগানীয়া ভাষাৰ জ্ঞান চাহ বাগিচাৰ স্কুলৰ শিক্ষকসকলৰ থকা অতি দৰকাৰ। তেতিয়া 'খহটা' বুলি ক'লে বুজি নাপাই উচপ খাই উঠা সেই ছাত্ৰ-ছাত্ৰীসকলক 'খদৰ-খচৰ' বুলি কৈ যাতে সহজে সুন্দৰভাৱে বুজাই দিব পাৰে। তেতিয়া তেওঁলোকৰ মাজত শিক্ষা বিষয়ত সুচলতা আহিব বুলি ক'ব পৰা যায়।

জনসংখ্যা দুশ হ'লেই একোখন এল পি স্কুল দিয়াৰ নিয়ম চৰকাৰৰ ঘৰত আছে। কিন্তু জনসংখ্যা দুহাজাৰ হ'লেও মাত্ৰ এখনেই এলপি স্কুল থকা বাগিচাও আছে।

শ্ৰমিকৰ ঘৰত ল'ৰা জন্ম হ'লে 'কোৰ মৰা' আৰু ছোৱালী জন্ম হ'লে 'পাত তোলা' বুলি কোৱা কথাষাৰ সৰ্বজনবিদিত। বহুবছৰ পাৰ হৈ যোৱাৰ পিছতো চাহ জনজাতি সমাজত লিখা-পঢ়া কৰি প্ৰগতিৰ পথত খোজ দিয়া লোকৰ সংখ্যা অতি নগণ্য।

প্ৰথম পঞ্চবাৰ্ষিক পৰিকল্পনাত শ্ৰমিক-কল্যাণমূলক আঁচনিৰ বাবে মাত্ৰ ২.৬ লাখ টকাহে ধাৰ্য কৰা হৈছিল। শ্ৰমিকৰ ল'ৰা-ছোৱালীৰ শিক্ষাৰ বাবে চাহ বাগিচাৰ মালিকৰ প্ৰধান কৰ্তব্য বুলি সকীয়াই দিয়া ৰয়েল কমিটী অব্ লেবাৰ ৰিপোৰ্ট, আজি পৰ্যন্ত কাৰ্যকৰী কৰা নহ'ল।

১৯০৬ চনত কেনভী চাহাবে এক প্ৰতিবেদন দিছিল। এই প্ৰতিবেদন মতে 'বেছিভাগ শ্ৰমিকে নিজৰ ল'ৰা-ছোৱালীৰ পঢ়া-শুনাৰ কথা চিন্তা নকৰে। এই বিষয়ে তেওঁলোকক কোনেও নুবুজায়। দুই-এখন বাগিচাত নামমাত্ৰ এল পি স্কুল পতা হৈছে। স্কুলৰ পৰিৱেশ ভাল নহয়। ল'ৰা-ছোৱালী স্কুললৈ নাযায়।' ই আজিও প্ৰযোজ্য। এটা বাস্তৱ চিত্ৰ প্ৰতিবেদনখনত ফুটি উঠিছে।

বহুত দিনৰ আগতে 'লেবাৰ ইনভেষ্টিগেশ্বন কমিটীয়ে এটা পৰামৰ্শ আগবঢ়াইছিল। পৰামৰ্শ মতে 'প্ৰত্যেক বাগিচাত এল পি স্কুলথাকিব লাগে। ল'ৰা-ছোৱালীক বাগিচাৰ কামত লগাব নালাগে। শিশু শ্ৰমিক বন্ধ কৰিব লাগে।' চাহ কোম্পানীয়ে সেই পৰামৰ্শ কৰ্ণপাত নকৰিলে।

১৯৫০ চনৰ হিচাপ মতে অসমৰ চাহ বাগিচাত মুঠ এল পি স্কুল আছিল ৫৮৬ খন। স্কুললৈ যাব পৰা ল'ৰা-ছোৱালী আছিল ৫,০০, ৪১৬ জন। তাৰে ২৯,৩৬১ জন স্কুললৈ গৈছিল। বাকীবোৰ নগৈছিল। 'স্কুলবোৰত পঢ়াৰ নামত ভেঁকো-ভাওনা।

১৯৫১ চনৰ শ্ৰমিক আইন মতে এটা কথা আছে। এখন বাগিচাত ৬ বছৰ পৰা বছৰৰ ভিতৰৰ ২৫ জন ল'ৰা-ছোৱালী থাকিলে এখন এল পি স্কুল দিব লাগে। ১৯৫৬ চনত তাক অলপ সংশোধন কৰা হয়। বাগিচাত শিক্ষাৰ প্ৰসাৰ বঢ়াবৰ বাবে এখন উপদেষ্টা পৰিষদ গঠন কৰা হয়। পৰিষদে ৰাজ্যিক শিক্ষা বিভাগক সহায় কৰিব। আইন মতে বাগিচাৰ স্কুলত ৪০ জনতকৈ বেছি ছাত্ৰ-ছাত্ৰী হ'লে ২ জন শিক্ষক দিব লাগে। নিয়ম কিন্তু নিয়ম হৈয়েই থাকিল।



১৯৬২ চনলৈকে চাহ জনজাতি সমাজত এম এ পাছ কৰা লোকৰ সংখ্যা ৩ জন। সেই তিনিজন হ'ল স্বৰ্গীয় পি এম চাৰোৱান (যোৰহাট), শ্ৰীধৰম দাস হেৰেও (তেজপুৰ) আৰু শ্ৰীএমিল চুৰিণ। এম এছ চি পাছ কৰা লোক ২ জন। এজন হ'ল ড° বিমল নাগ (তেজপুৰ) আৰু আনজন হ'ল হৰেন ভূমিজ (ডিব্ৰুগড়)। আইন পাছ কৰা লোক মাত্ৰ এজন, তেজপুৰৰ গেৰচন টিৰ্ক। ইঞ্জিনীৰ এজনো নাছিল। ডাক্তৰ এজন আছিল, সৰু পথাৰৰ ডাঃ ভেলেন্টাইন কেৰকেটা। বি এ পাছ কৰা লোক হিচাপে আছিল, স্বৰ্গীয় চাইমন সিংহৰ (সোণাৰী), স্বৰ্গীয় সন্তোষ কুমাৰ তপ্ন (মৰান), মাৰ্থিয়াচ টুডু (গোসাঁইগাঁও) আৰু জানুৰাম কুৰ্মী, (চেলেংহাট)। ইণ্টাৰ মেডিয়েট আৰু মেট্ৰিক পাছৰ সংখ্যা খুব বেছি ১০০ জনমান আছিল।

অৱশ্যে সম্প্ৰতি সংখ্যা বাঢ়িছে। স্কুল- কলেজলৈ যোৱা কৰিছে। ডাক্তৰ-ইঞ্জিনীয়াৰ, উকীল, অধ্যাপকৰ বাহিৰেও চৰকাৰী অফিচত কাম কৰিছে। বাগানৰ বাবু হৈছে। মন্ত্ৰী-বিধায়ক, সাংসদ হৈছে। কিন্তু দুখৰ বিষয়ে যে জাগৰণ চাহ জনজাতি সমাজত আজিও ভালদৰে হোৱা নাই। চাহ জনজাতি ছাত্ৰ সন্থাৰ দ্বাৰা শিক্ষাৰ প্ৰসাৰতা কিছু বাঢ়িছে। আমি ভাবো শিক্ষাৰ প্ৰতি আগ্ৰহ জন্মাবৰ বাবে দৰমহা হাজিৰা আদি দিওঁতে টিপচহী মৰাৰ নিয়ম একেবাৰে উঠাই দিব লাগে।

# ৰাজনীতিৰ পথাৰত চাহ জনজাতি

নিৰ্বাচনৰ বতৰত অসমৰ ৰাজনীতিত চাহ জনজাতিসকলে এক গুৰুত্বপূৰ্ণ ভূমিকা সদায় বহন কৰি আহিছে। সেই সময়ত সকলোৰে লক্ষ্য চাহ জনজাতিৰ ওপৰত। মুখে মুখে উচ্চাৰিত হয় চাহ বাগিচাৰ কথা। কোনে কিদৰে চাহ জনজাতিসকলৰ ভোট হাত কৰিব পাৰে তাৰে চিন্তা সকলোৰে। বাতৰি কাকতবোৰতো চাহ বাগিচাৰ ভোটক কেন্দ্ৰ কৰি পৃষ্ঠা ভৰাই লিখে। সকলোৰে মনত পেলায় চাহ বাগিচাৰ কথা। মনত পেলায় চাহ জনজাতিৰ কথা। কাৰণ, বহুতৰে জয়-পৰাজয় নিৰ্ণয় কৰে চাহ জনজাতিৰ ভোটে। কিন্তু ভোট পাৰ হৈ যোৱাৰ পিছত তেওঁলোকৰ কথা সকলোৱে পাহৰি যায়। এবাৰ এজন মুধাফুটা ৰাজনীতিকে কৈছিল,— 'আলি আৰু কুলীৰ ভোট পালে বাকীসকলৰ নহ'লেও হ'ব।' আন এদিন অসমৰ এজন বিখ্যাত বুদ্ধিজীৱীয়ে কৈছিল চাহ জনজাতিসকলে ইচ্ছা কৰিলে অসমৰ ৰাজনীতি ওলট-পালট কৰি দিব পাৰে।' দুয়োটা কথাই মিছা নহয়। ৰাজনীতিৰ পথাৰত তেওঁলোকৰ ওজন আনে ভালদৰে উপলব্ধি কৰিলেও তেওঁলোকে নিজে কিন্তু ভালদৰে উপলব্ধি কৰিব পৰা নাই। ৰাজনীতিৰ পথাৰত তেওঁলোক খুব সচেতন নহয়। অকণমান চতুৰপূৰ্ণ চলাহী কথা আৰু অকণমান প্ৰলোভনৰ বশৱৰ্তী হৈ সকলো পাহৰি যায়। শিক্ষা আৰু আত্ম-চেতনাৰ অভাৱতে এনেদৰে হ'বলৈ পাইছে বুলি ক'ব পাৰি। যিয়ে ভোটৰ মূল্য বুজি নাপায় তাৰ বাবে গণতন্ত্ৰ নিৰৰ্থক।

সময়ৰ সোঁতত অসমৰ ৰাজনীতিত চাহ জনজাতি সমাজৰ প্ৰথম খোজ দিওতা হ'ল যোৰহাটৰ পি এম চাৰোৱান। তেওঁ যোৰহাট জে বি কলেজৰ অধ্যাপক আছিল। ৰাজনীতিত নামি তেওঁ অসম বিধান পৰিষদৰ সদস্য হৈছিল। তেওঁ 'কুলী লেবাৰ পাৰ্টী' নামেৰে এটা ৰাজনৈতিক দল গঠন কৰিছিল। ইয়াৰ যোগেদি তেওঁ চাহ জনজাতিসকলক ৰাজনীতিৰ ক্ষেত্ৰত সজাগ কৰিবলৈ চেষ্টা কৰিছিল। এই দলটো বেছিদিন জীয়াই নাথাকিল।

'অসম চাহ মজদুৰ সংঘ' জন্ম হোৱাৰ পিছত আৰু কৰ্ম-কতা কিছুমানে ট্ৰেড ইউনিয়নৰ কামত লাগি ৰাজনীতিৰ ফালে ধাৱিত হয়। ট্ৰেড ইউনিয়নৰ মজিয়াৰ পৰা গোলাঘাট শাখা-অসম চাহ মজদুৰ সংঘৰ প্ৰতিষ্ঠাপক সভাপতি স্বৰ্গীয় চানু



বহুতে অসম বিধান সভাৰ মজিয়ালৈ প্ৰৱেশ কৰে। স্বৰ্গীয় খেৰীয়া কংগ্ৰেছৰ টিকটত জয়লাভ কৰিছিল। সেই সময়ত চাহ মজদুৰ সংঘবোৰ কংগ্ৰেছ পন্থী আছিল। এই ৰূপ এতিয়াও বৰ সলনি হোৱা নাই। তাৰ পিছত ডুমডুমাৰ স্বৰ্গীয় মালিয়া তাঁতী আৰু চাবুৱাৰ উপেন সনাতন কংগ্ৰেছৰ টিকটত অসম বিধান সভালৈ যায়। দুয়োজনেই চাহ মজদুৰ সংঘৰ লগত জড়িত। ১৯৬৭ চনত গোসাঁইগাঁৱৰ পৰা মাথিয়াচ টুডু নিৰ্দলীয় হিচাপে অসম বিধানসভালৈ আহে। পিছত তেওঁ কংগ্ৰেছত যোগদান কৰে। সেইবাৰ মৰিয়নীৰ পৰা গজেন তাঁতী আৰু সৰুপথাৰৰ পৰা ছত্ৰ গোপাল কৰ্মকাৰ আদিয়েও কংগ্ৰেছৰ টিকটত অসম বিধানসভালৈ আহে। দুয়ো চাহ মজদুৰ সংঘৰ লগত জড়িত। প্ৰথম বিধানসভালৈ আহিয়েই মন্ত্ৰীপদ লাভ কৰা কৰ্মকাৰ আছিল চাহ জনজাতি সমাজৰ প্ৰথম মন্ত্ৰী। তেওঁক ৰাজ্যিক শ্ৰম মন্ত্ৰীৰ পদ দিয়া হৈছিল। কেবিনেট শ্ৰমমন্ত্ৰী আছিল কামাখ্যা প্ৰসাদ ত্ৰিপাঠী। পিচৰবাৰ ১৯৭২ চনত মৰিয়নীৰ পৰা গজেন তাঁতী পুনৰ কংগ্ৰেছৰ টিকটত নিৰ্বাচিত হৈ আহি পূৰ্ণ পৰ্যায়ৰ শ্ৰম আৰু যোগান দপ্তৰৰ মন্ত্ৰী হয়। তাঁতীয়েই আছিল চাহ জনজাতি সমাজৰ প্ৰথম কেবিনেট মন্ত্ৰী। তাৰ পিচত লাহোৱালৰ পৰা কংগ্ৰেছৰ টিকটত স্বৰ্গীয় দীপক মুৰ্মুবিধানসভালৈ আহে। সেই সময়ছোৱাত চাহ জনজাতি সমাজৰ কেবাজনেও নিৰ্দলীয় হিচাপে প্ৰতিদ্বন্দ্বিতা কৰিছিল। কিন্তু কোনেও জিকিব নোৱাৰিলে। সংগঠিত ৰূপত চাহ জনজাতিৰ ভোট আদায় কৰিব নোৱাৰিলে। চাহ মজদুৰ সংঘই তাৰ প্ৰধান অন্তৰায়। চাহ মজদুৰ সংঘই যিফালে কয়, চাহ বাগিচাৰ ভোট সেইফালে যায়। চাহ মজদুৰ সংঘ তেতিয়া কংগ্ৰেছৰ কবলত। গতিকে চাহ মজদুৰ সংঘৰ বিপৰীতে কংগ্ৰেছৰ মজিয়া এৰি আন মজিয়াৰে বিধানসভালৈ যোৱা টান।

১৯৭২ চনত কংগ্ৰেছ দুভাগ হয়। এটা ইন্দিৰা কংগ্ৰেছ। আনটো সাংগঠনিক কংগ্ৰেছ। বিভিন্ন কাৰণত দেশ জুৰি আন্দোলন চলিব ধৰে। জননায়ক স্বৰ্গীয় জয় প্ৰকাশ নাৰায়ণৰ নেতৃত্বত দেশত ছাত্ৰ আন্দোলন তীব্ৰতৰ হৈ পৰে। ছাত্ৰ আন্দোলন গৈ দেশব্যাপী গণ আন্দোলনত পৰিণত হয়। দেশত জৰুৰীকালীন অৱস্থাৰ প্ৰৱৰ্তন হয়। ৰাজনৈতিক সচেতনতা জাগি উঠে। কংগ্ৰেছী চৰকাৰৰ বিৰুদ্ধে আনবোৰ দল একগোট হৈ কঁকালত টঙালি বান্ধে। বহুতো দল একেলগ হৈ জনতা পাৰ্টী গঠন কৰে। এই জনতা পাৰ্টীয়ে ১৯৭৭ চনত কংগ্ৰেছক পৰাস্ত কৰি দিল্লীত চৰকাৰ গঠন কৰে। দিল্লীত কংগ্ৰেছ গুচিজনতা পাৰ্টীৰ চৰকাৰ গঠন হোৱাত চাহ মজদুৰ সংঘ সমস্যাত, পৰে। ইমান দিন কংগ্ৰেছ আছিল। এতিয়া জনতা আহিল। এতিয়া কাক এৰিব, কাক ধৰিব। দুয়ো কুল ৰক্ষা কৰি সুবিধা বুজি আগবাঢ়িব ধৰিলে। এনে

শাখা প্ৰাংগনত এখন সভা বহে। সভাত অসম চাহ মজদুৰ সংঘ, অসম আদিবাসী পৰিষদ আৰু অসম চাহ জনজাতি ছাত্ৰ সন্থাৰ প্ৰতিনিধিয়ে যোগদান কৰে। চাহ জনজাতি ছাত্ৰ সন্থাৰ প্ৰতিনিধিয়ে যোগদান কৰে। চাহ জনজাতি সমাজৰ ভালেমান সচেতন ব্যক্তিও সভালৈ আহে। সভাত সভাপতিত্ব কৰে তেজপুৰৰ প্ৰবীণ অধিবক্তা ধৰম দাস হেৰেঞ্জে। সৰহভাগে মতপোষণ কৰে চাহ জনজাতিসকলক লৈ এটা সুকীয়া ৰাজনৈতিক দল গঠন কৰিব লাগে। কেইজনমানে তাৰ ঘোৰ বিৰোধিতা কৰে। অনেক বাক-বিতণ্ডাৰ মাজত শেষত যোৰহাটত এখন ৰাজনৈতিক অভিৱৰ্তন পতাৰ সিদ্ধান্ত গ্ৰহণ কৰা হয়। গোলাঘাটৰ অৰুণ খেৰীয়া আৰু আকলিয়াচ তিৰ্কীক আহ্বায়ক হিচাপে মনোনীত কৰা হয়।

ইতিমধ্যে ১৯৭৮ চনত অসমত নিৰ্বাচনৰ বতাহ চাৰিওফালে বব ধৰে। মন্ত্ৰী-এম এল এৰ সপোন দেখিব ধৰে। প্ৰস্তাৱিত সুকীয়া দল গঠন কৰাৰ কথা পাহৰি যায়। দলীয় টিকট সংগ্ৰহ কৰাৰ চেষ্টাত ব্যস্ত হৈ পৰে।

নিৰ্বাচনত মাজবাটৰ পৰা চিলভিউচ কন্দপান জনতা পাৰ্টীৰ টিকটত বিধানসভালৈ আহে। আন কেইজনমান আহে কংগ্ৰেছৰ টিকটত। প্ৰথমবাৰৰ বাবে লোক সভাৰ মজিয়ালৈ যায় চাহ জনজাতি সমাজৰ হৰেন ভূমিজ। তেওঁ কংগ্ৰেছৰ টিকটত ডিব্ৰুগড় লোকসভা সমষ্টিৰ পৰা নিৰ্বাচিত হয়। চাহ জনজাতি সমাজৰ পৰা প্ৰথম ৰাজ্য সভালৈ নিৰ্বাচিত হয় পৃথ্বী মাঝি। পিছৰবাৰ বিধানসভালৈ কংগ্ৰেছৰ টিকটত যায়। বিধান সভালৈ গৈ উপাধ্যক্ষ হয়। চাহ জনজাতি সমাজৰ তেওঁ প্ৰথম উপাধ্যক্ষ। আগতে চাহ জনজাতি সমাজৰ মাজত ৰাজনীতি কৰা মানুহৰ সংখ্যা খুব ক'ম আছিল। এতিয়া বহুত হ'ল। বিধায়কৰ সংখ্যাও ক'ম আছিল। এতিয়া বেছি হ'ল।

চাহ জনজাতি সমাজৰ মাজত এতিয়া কোনো দলৰে একক আধিপত্য নাই। এতিয়া দল বহুত হ'ল। মানুহবোৰো সচেতন হ'ল। চাহ বাগিচাৰ মাজত বিবিধ সংগঠনৰ জন্ম হ'ল।

১৯৭৯ চনত বিদেশী খেদা আন্দোলন আৰম্ভ হয়। সেই আন্দোলনত সদৌ অসম ছাত্ৰ সন্থাৰ লগত অসম চাহ জনজাতি ছাত্ৰ সন্থায়ো যোগ দিয়ে। অসম চুক্তি হোৱাৰ পিছত অসম গণ পৰিষদ দল গঠন হয়। দল গঠনৰ অভিৱৰ্তন গোলাঘাটত হৈছিল। তাৰ অন্যতম আহ্বায়ক আছিল চাহ জনজাতি ছাত্ৰ সন্থাৰ প্ৰাক্তন সভাপতি দীনেশ্বৰ তাচা। চাহ জনজাতিৰ বহুতে অগপত যোগ দি নিৰ্বাচন নামে। তাৰে কেইজনমান জিকে। কেইজনমান হাৰে। ভদ্ৰেশ্বৰ তাঁতী অগপৰ টিকটত এম পি হয়। সেইয়া



১৮৮৫ চনৰ কথা। অগপই দিছপুৰত চৰকাৰ গঠন কৰে।

১৯৯১ চনৰ নিৰ্বাচনত অগপ হাৰে। কংগ্ৰেছ (ই) জিকে। সেইবাৰ অগপ দলৰ হৈ চাহ জনজাতিৰ একমাত্ৰ বিনোদ গোৱালা জিকে। কংগ্ৰেছৰ টিকটত কিন্তু ভালেমান জিকে। ডিকোসকল হ'ল,— (সৰ্বশ্ৰী) মাথিয়াচ টুডু, চিলভিউচ কন্দপান, বৰ্ণবাস তাঁতী, দীলেশ্বৰ তাঁতী, উপেন সনাতন, ৰামেশ্বৰ ধানোৱাৰ, হৰেন ভূমিজ, পৃথ্বী মাঝি, জয়চন্দ্ৰ নাগবংশী, বলোৰাম নাগ আৰু ৰূপম কুৰ্মী। কুৰ্মী হ'ল অসম বিধানসভাত চাহ জনজাতি সমাজৰ প্ৰথম মহিলা এম এল এ। সেইবাৰ চাহ মজদুৰ সংঘৰ পৱন সিং ঘাটোৱাৰ কংগ্ৰেছ (ই) দলৰ টিকটত এম পি হয়। কেন্দ্ৰীয় মন্ত্ৰীসভাতো স্থান পায়। কেন্দ্ৰীয় মন্ত্ৰী সভাত স্থান পোৱা ঘাটোৱাৰ হ'ল প্ৰথম চাহ জনজাতি ব্যক্তি।

সময়ৰ গতিত ৰাজনীতিৰ পথাৰত চাহ জনজাতিৰ মনোভাৱ সলনি হ'ব ধৰে। এসময়ত চাহ বাগিচা আছিল কংগ্ৰেছৰ দুৰ্গ। সেই দুৰ্গ ৰক্ষা কৰি আছিল চাহ মজদুৰ সংঘই। কাম-কাজৰ খতিয়ান চাই মুড সলাব ধৰে। চৰকাৰক হুঙ্কাৰ দিয়ে। চাহ বাগিচাৰ অন্যান্য সংগঠনবোৰেও দিয়ে। চাহ বাগিচাৰ মাজত দলবোৰৰ ঘাটি থৰক-বৰক হৈ পৰে। কোনো দলৰ প্ৰতি আস্থা নোহোৱা হয়। চাহ বাগিচাৰ মাজত উমি উমি জুই জুলিব ধৰে। লক্ষ্যালৈ যি যায় সকলো ৰাৱণ হোৱাৰ ফলত চাহ বাগিচাৰ ৰাজনীতিত কলীয়া ডাৱৰে দেখা দিয়ে। নিজস্ব দল গঠন কৰাৰ মনোভাৱ তলে তলে প্ৰৱাহিত হয়। উজনি অসমতত 'কিষাণ মজদুৰ পাৰ্টী' গঠন হয়। এই দলে বিশেষ প্ৰসাৰতা লাভ কৰিব নোৱাৰিলে।

# চাহ জনজাতিৰ সাংস্কৃতিক জীৱন

'আসাম দেশেৰে বৈশাখ বিহু কৰম পৰৱ সমানৰে, সৃষ্টিৰ কথা আছে গাঁথা দুনুতে সমানৰে' বুলি ভবা অসমৰ অন্যতম বৃহৎ জনগোষ্ঠী চাহ জনজাতিৰ বিচিত্ৰ সাংস্কৃতিক সম্পদৰাজিয়ে অসমীয়া সংস্কৃতিৰ বিচিত্ৰতাক অধিক বিচিত্ৰ কৰি তুলিছে। ঝুমইৰ গীত, ঝুমইৰ নাচ, টুচু পৰৱ আদি অসমীয়া লোকসংস্কৃতিৰ অংগ হৈ পৰিছে। চাহ জনজাতিৰ বাবে কোনো বেলেগ দেশ নাই। অসমেই তেওঁলোকৰ জনমভূমি, কৰমভূমি আৰু মৰণভূমি। অসমীয়া ভাষা-সংস্কৃতিয়েই আপোন সংযোগী ভাষা-সংস্কৃতি। জাতীয় সংস্কৃতিৰ দৃষ্টি-কোণৰপৰা অসমীয়াই চাহ জনজাতিক বাদ দি পূর্ণাংগ ৰূপ পাব নোৱাৰে।

চাহ জনজাতিয়ে অসমৰ সংহতি-সংস্কৃতিক আলিংগন কৰি আছে। চাহ জনজাতিৰ মাজত বিশেষকৈ হিন্দু আৰু খ্ৰীষ্টান ধৰ্মৰ লোক বিৰাজমান। অসমলৈ আহোঁতে মূলতঃ তেওঁলোক হিন্দু ধৰ্মৰ লোক আছিল যদিও কালৰ গতিত সময়ৰ সোঁতত কিছুমানে কিছুমান কাৰণত হিন্দুধৰ্মৰপৰা আঁতৰি হৈ খ্ৰীষ্টান ধৰ্মত দীক্ষিত হয়। পাদুৰী-মিছনেৰীৰ ছত্ৰছায়াত খ্ৰীষ্টান ধৰ্ম গ্ৰহণ কৰিলেও বেছিভাগ চাহ জনজাতি হিন্দু ধৰ্মৰ প্ৰতি থকা আস্থা ৰাখি পূৰ্বাপৰ স্বকীয়তা বজাই ৰাখে। সৰহভাগ চাহ জনজাতিয়ে হিন্দু ধৰ্মৰ প্ৰতি থকা অটল বিশ্বাস আৰু গভীৰ নিষ্ঠা পৰিহাৰ নকৰি উল্লেখ-যোগ্য নিদৰ্শন দাঙি ধৰিছে। চাহ জনজাতিসকলে ভুত-প্ৰেত, দেৱ-দেৱীৰ পূজা-পাতল মুখ্য হিচাপে কৰিলেও শংকৰী ধৰ্মৰ প্ৰতি তেওঁলোকৰ অনুৰাগ মন কৰিবলগীয়া। প্ৰায় চাৰে পাঁচশ বছৰৰ আগতে অসমৰ শংকৰ-মাধৱে প্ৰচাৰ কৰা শংকৰী ধৰ্ম বিশেষ এচাম লোকৰ হাতত থকা সত্বেও আৰু চাহ জনজাতিৰ মাজত কোনোধৰণৰ প্ৰচাৰৰ বিশেষ ব্যৱস্থা নাথাকিলেও অসমীয়া সংস্কৃতিৰ প্ৰতি লক্ষ্য ৰাখি তেওঁলোক শংকৰী কলা-কৃষ্টিৰ চাৰি-সীমাৰ মাজলৈ সোমাই যোৱা দেখা গৈছে। নামঘৰ পাতি ভাওনা কৰিছে, ঢুলীয়া-খুলীয়া-সূত্ৰধাৰ নিজে হোৱাৰ উপৰিও গীত-পদ-কীৰ্তন ঘোষা সুৰ লগাই নিজে গাব পৰা হৈছে। শ শ বছৰ অসমত থাকিও বহুতে অসমীয়া সংস্কৃতিৰ মাজলৈ সোমোৱা নাই বা তাৰ বাবে বিশেষ আগ্ৰহো



সুকীয়া স্থান অধিকাৰ কৰিবলৈ সক্ষম হৈছে। নৃত্য-গীতৰ জৰিয়তে জনপ্ৰিয়তা অৰ্জন কৰিছে। অসমীয়া সংস্কৃতিৰ মাজলৈ সোমাই যোৱাৰ উদ্দেশ্যেৰে গড়মূৰ, আউনিআটী আৰু কুৰুৱাবাহী আদি সত্ৰবোৰত শৰণ লোৱা দেখা গৈছে। আকাশবাণী গুৱাহাটী কেন্দ্ৰৰ 'চাহ গছৰ মাজে মাজে' আৰু ডিব্ৰুগড় কেন্দ্ৰৰ 'আসৰ' অনুষ্ঠানৰ জৰিয়তে চাহ জনজাতিৰ গীত-মাত, নাটক, কথিকা আদি প্ৰচাৰ কৰাৰ ফলত অসমীয়া সংস্কৃতিৰ লগত চাহ জনজাতিৰ সংস্কৃতিৰ মিলন ঘটিছে। এই মিলনে সাংস্কৃতিক জীৱনৰ ওপৰত ৰেখাপাত কৰিছে।

পূৰ্বাপৰ চলি অহা পুৰণিকলীয়া ৰীতি-নীতিবোৰ সময়ৰ খোজত সংস্কাৰ হৈ সংস্কৃতি নাম পাইছে বুলি ক'ব পৰা যায়। সকলো সমাজৰে একোটা বৈশিষ্ট্যপূৰ্ণ আপোন সংস্কৃতি আছে আৰু এই সংস্কৃতিয়ে সমাজ এখনৰ স্বকীয়তাৰ পৰিচয় দাঙি ধৰে। চাহ সংস্কৃতিৰ যোগেদি স্বকীয় পৰিচয় দাঙি ধৰা চাহ জনজাতিসকলে আদিবাসী বা দ্ৰাবিড় জাতিৰ বংশধৰ হোৱা হেতুকে তেওঁলোকৰ সংস্কৃতিত আদিবাসী বা দ্ৰাবিড় সংস্কৃতিৰ প্ৰভাৱ পৰা দেখা যায়। অসমৰ ভূমি-পুত্ৰ জনজাতিসকলৰ লগত বহুক্ষেত্ৰত মিল থকা জড় উপাসক চাহ জনজাতিসকলে ভুত-প্ৰেত, দেৱ-দেৱী, বায়ু-সূৰ্য, সাপ-গছ আদিৰ পূজা কৰে, তন্ত্ৰ-মন্ত্ৰৰ ওপৰত বিশ্বাস ৰাখে আৰু জীৱবলিৰ বিধান দিয়ে। কিছু পৰিমাণে নৰবলি দিয়া প্ৰথা আৰু জীৱ-জন্তু ভক্ষণ কৰা এই সমাজখনত বৈদিক ৰীতিৰ মাজেৰে বিয়া-দহা আদি সামাজিক কাৰ্যবোৰ সম্পন্ন কৰা হয়। আৰ্থ-সামাজিক সকলো ফালৰপৰা পিছপৰি থকা চাহ জনজাতিসকল অভাৱ-অনাটনৰ মাজত থাকি মানসিকভাৱে দুৰ্বল হৈ পৰাত কুৰি শতিকাৰ বিজ্ঞানৰ যুগতো ভুত-প্ৰেত, দেৱ-দেৱী, তন্ত্ৰ-মন্ত্ৰৰ ওপৰত অগাধ বিশ্বাস ৰাখিবলগীয়া হৈছে। দিনৰ পোহৰত ভুত-প্ৰেত থিতাপি লোৱাত অসুবিধা পাব বুলি ভাবি পূজাৰ থাপনা থকা ঘৰৰ ভিতৰখনত যাতে পোহৰ সোমাব নোৱাৰে তাৰ প্ৰতি লক্ষ্য ৰাখি সেইটো কোঠালিত খিড়িকী নাৰাখে। ভাৰতবৰ্ষৰ বিভিন্ন প্ৰান্তৰপৰা অহা চাহ বাগিচাৰ মাজত বেলেগ বেলেগ ঠাইৰ পৰা অহা বেলেগ বেলেগ জাতি উপ-জাতিৰ লোক একেলগে থাকিবলগীয়া হোৱাত ভিন্নমুখী সংস্কৃতিৰ সংমিশ্ৰণ ঘটি এক উমৈহতীয়া চাহ জনজাতি সংস্কৃতিয়ে ঠন, ধৰি উঠে।

সন্তান জন্ম হ'লে সমাজত যি শুধি হোৱাৰ নিয়ম আছে এই নিয়ম জনজাতি সমাজত ন দিনৰ দিনা কৰা হয় আৰু তাক ছটী বুলি কয়। একৈশ দিনৰ দিনা দ্বিতীয় বা শেষ শুধি একৈশী পালন কৰা হয়। সন্তানৰ ন মাহ বা এবছৰ হ'লে অন্ন-প্ৰাশন 'মুখ-জুঠানী' কৰা হয়। মুখ জুঠানীত সন্তানৰ মোমায়েক বা পেহীয়েকে সন্তানৰ মুখত প্ৰথম অন্ন দিয়ে। সন্তানৰ নামকৰণ সেই দিনাই কৰা হয়। ছটিত নিয়ম অনুসাৰে নাপিত-

ধোবাৰ প্ৰয়োজন থকাৰ দৰে মুখ-জুঠানীত বামুণৰ প্ৰয়োজন হয়। ৰীতি অনুসাৰে বামুণে মুখ-জুঠানীৰ কৰ্ম সমাপন কৰে। মিঠাতেলৰ মাটিৰ চাকি জ্বলাই কাঁহৰ থালীত আৰৈ চাউল, দুবৰিবন, তুলসীপাত আৰু তামৰ পইচা লৈ এফালৰপৰা এজন এজনকৈ বংশৰ মানুহৰ নাম মাতি আৰৈ চাউল ভাঁহি গৈ দুবৰি বনত লাগে তাৰ নামৰ আদি আখৰেৰে সন্তানৰ নামকৰণ কৰে। সন্তানৰ ভৱিষ্যত জানিবৰ কাৰণে সন্তানৰ সমুখত কিতাপ, এছাৰি, ধান, গৰুৰ পঘা আদি প্ৰতীক হিচাপে থোৱা বস্তুবোৰৰ যিটোত সন্তানে প্ৰথমে হাত দিয়ে সন্তনৰ ভৱিষ্যত সেইমতে বিদ্বান, গৰখীয়া, খেতিয়ক অথবা গো-পালক হিচাপে গণ্য কৰা হয়। দুই-তিনি বছৰ বয়স হ'লে ল'ৰা খঙাল নহ'বৰ বাবে আৰু ছোৱালীয়ে অলংকাৰ পিন্ধিবৰ বাবে সোণাৰী বা বুঢ়ীমাকৰ দ্বাৰা সন্তানৰ কাণ বিন্ধাই দিয়ে আৰু বিন্ধোৱাজনক নতুন বস্ত্ৰ আৰু পইচা দি সন্মান যাছে।

বিয়াত হালধিৰ প্ৰচলন মন কৰিবলগীয়া। বিয়াৰ সকলো কাপোৰ-কানিত হালধি ৰং দিয়া হয়। হালধি গাঁঠি মাৰি বিয়াৰ লগ্ন ধৰা হয়। হালধি গাঁঠি মাৰি বিয়াৰ লগ্ন ধৰা হয়। লগ্নৰ দিন ধৰি দৰা-কইনাক হালধি ৰং দিয়া মাৰ্কিন কাপোৰ পিন্ধাই ৰখোৱা হয়। বিয়া বা সাদী গীত গাই গাই সদায় সন্ধিয়া পৰত মাজ চোতালত গজাল নমৰা কাঠৰ পিৰাত দৰাৰ ঘৰত দৰাক আৰু কইনাৰ ঘৰত গাঁৱৰ জীয়ৰীসকলে তেল-হালধি সানে। বিয়াত আগতে কোনোবাই যান-বাহন ব্যৱহাৰ নকৰে, কোনোৱেই বাজনা ব্যৱহাৰ নকৰে, কোনোবাই নটুৱা লগত নলয় আৰু কোনোবাই মুকুট নিপিন্ধে। প্ৰবাদ আছে যে পূৰ্বপুৰুষে বিয়া কৰিবলৈ গৈ অসংকটত পৰি কোনোবাই যান-বাহন, কোনোবাই বাজনা, কোনোবাই নটুৱা আৰু কোনোবাই মুকুট বেচিব লগা হৈছিল। যেয়ে যি বস্তু বেচিব লগা হৈছিল তেওঁৰ বংশধৰসকলে সেইবোৰ বস্তু ব্যৱহাৰ কৰাৰপৰা বিৰত বিয়াখনত বিয়াৰ দিনা সন্ধিয়া অথবা দুৰণিবটীয়া হ'লে সুবিধা অনুযায়ী দিনৰ ভাগত খাল খান্দি কলপুলি পুতি ৰীতি অনুযায়ী নবৌয়েকে দৰাক গা-ধুৱাই নতুন ধুতি পাঞ্জাবী পিন্ধাই জীয়ৰী-বোৱাৰী সকলো মহিলা মিলি সাদী গীত গাই গাই কুঁৱাৰপৰা পানী তুলি জলসাহা কাৰ্য সমাধা কৰি আমগছ আৰু বকুল খায়।

প্ৰথম আম-বুকুল দৰাৰ মাকে খোৱাৰ পিছত বাকীসকলে খায় আৰু আম-বকুল খোৱাৰ পিছত বাকীসকলে খায় আৰু আম-বকুল খোৱা প্ৰতিগৰাকী মহিলাক দৰাঘৰৰ ফালৰপৰা মাননী স্বৰূপে একোখন শাৰী উপহাৰ দিয়ে। আম-বকুল খোৱাৰ পাছত দৰাক লৈ বাহিৰে বাহিৰে কইনা ঘৰলৈ সদলবলে যাত্ৰা কৰে। কইনাঘৰ পোৱাৰ আগে আগে কইনা পক্ষৰ ডেকা-গাভৰুৱে দৰাক আগভেটা ধৰে। গাভৰুহঁতে দৰাক নানাতৰহৰ প্ৰশ্ন সোধাৰ উপৰিও দৰা আৰু দৰাপক্ষক উদ্দেশ্য কৰি গোৱা সাদী গীতেৰে থকা-সৰকা কৰে। কইনাঘৰৰ পদুলিত যথাৰীতি দৰা আৰু দৰাপক্ষৰ লোকক কইনাপক্ষই আদৰি নি সন্মান সহকাৰে-বহুৱায় আৰু অভ্যৰ্থনা কৰে। নিয়ম অনুযায়ী চোতালত পতা 'চামৰা'ৰ অৰ্থাৎ ৰভাস্থলীত দৰা-কইনাক নতুন বস্ত্ৰ পিন্ধাই বামুণৰ দ্বাৰা হোম পুৰি বৈদিক প্ৰথাৰে বিবাহ কাৰ্য সম্পন্ন কৰে। শেষত দৰাই কইনাৰ মূৰত সেন্দুৰ ঘঁহি উপস্থিত ৰাইজক সাক্ষী ৰাখি কইনাক জীৱন-সংগিনী ৰূপে আদৰি লোৱাৰ পাচত চুমান বহুৱায় আৰু তাতেৰাইজে ইচ্ছানুযায়ী দৰা-কইনাক উপহাৰ দিয়ে। চুমানৰ পাচত কইনাক লৈ বৰযাত্ৰী ঘুৰি আহে আৰু দৰাঘৰ পোৱাৰ আগে আগে ডেকা-গাভৰুসকলে আগভেটি কইনা তথা দৰাপক্ষৰ লোকক উদ্দেশ্য কৰি সাদী গীত গায়। কইনা ঘৰত বহাৰ দৰে দৰা ঘৰতো চুমান বহে। পিছদিনা আমোদ-প্ৰমোদৰ মাজেৰে দৰা-কইনাক নদীলৈ গা ধুৱলৈ নিয়া হয়; দৰা-কইনাৰ মাজত আঙঠি বা ঘটি লুকা-লুকি খেল খেলোৱা হয় আৰু ধনু-কাঁড় লৈ চিকাৰ কৰোৱা হয়।

মানুহ মৰিলে তিনিদিনত তিলনী, দহদিনত দহা আৰু এঘাৰ দিনত ভোজ পতাৰ নিয়ম। দহাত নাপিত, ধোবা, বামুণ, বৈষ্ণৱৰ প্ৰয়োজন। ৰীতি অনুসাৰে কৰিবলগীয়া ভাগৰ কাম তেওঁলোকৰ দ্বাৰা কৰোৱা হয়।

সম্প্ৰদায় অনুসাৰে চাহ জনজাতি সমাজৰ মহিলাসকলে হাত, ভৰি, মুখমণ্ডলত 'খদনাৱালা' বুলি কোৱা অঘৰী সম্প্ৰদায়ৰ তিৰোতাৰ দ্বাৰা ক'লা ৰঙৰ চিহ্ন' 'খদনা' আঁকোৱাই লয়। জাতি বা সম্প্ৰদায় ভেদে খদনাৰ আহি বেলেগ বেলেগ। বৰ্তমান এই প্ৰথা প্ৰায় উইঠ গৈছে। ৰজা-জমি-দাবৰ লুভীয়া দৃষ্টিৰপৰা নিজৰ সতীত্ব ৰক্ষা কৰিবলৈ উৰিষ্যাৰপৰা অহা কন্দ জাতিৰ মহিলাসকলে বাঘ চিহ্নিত খদনা লৈ মুখমণ্ডল বিকৃত কৰি লৈছিল। উৰাং-মুণ্ডা-কয়া-চাওতালসকলেও অনুৰূপ খদনা লৈছিল।

সৰ্বসাধাৰণ ৰাইজে পালন কৰাৰ দৰে দেৱালী উছৱ চাহ জনজাতিসকলে পালন কৰাৰ উপৰিও কালী-দেৱীৰ পূজা পাতে আৰু গো-সেৱাৰ মূল উদ্দেশ্য আগত ৰাখি সঁহৰাই পৰৱ পাতে। সঁহৰাই পৰৱত ঘৰ-দুৱাৰ-ভিতৰ-বাহিৰ ভালদৰে মচি-কাচি চাফা কৰে। খেতিৰ সা-সঁজুলি ধুই-পখালি চোতালত সজাই ৰাখে। পুৱা-গধূলি গৰুৰ শিং-মূৰত মিঠাতেল ঘঁহে, ঘাঁহ কাটি আনি খাবলৈ দিয়ে আৰু দেৱালীৰ অমাৱস্যা নিশা হুচৰিৰ লেখীয়া ঘৰে-ঘৰে গো-লক্ষীৰ বন্দনাপূৰ্ণ জাহলী গীত গাই গো জাগৰণ কৰে। পিছদিনা চোতাল-পদুলি আদিত চাউলগুড়ি পানীত গুলি আল্‌পনা দিয়ে। আল্‌পনাৰ মাজে মাজে সেন্দুৰৰ ফোঁট দিয়ে। শ্ৰুতিমধুৰ জাহ্‌লী গীতৰ বহু সাদৃশ্য হুচৰি গীতৰ

মাজত বিচাৰি পোৱা যায়। অহিৰা শব্দেৰে আৰম্ভ হোৱা এই জাহ্লী গীতক কোনোবাই সঁহৰাই গীত, কোনোবাই অহিৰা গীত আৰু কোনো কোনোৱে কপিলা মংগল গীত বোলে।

ঝুমইৰ গীত আৰু কৰম পৰৱ সকলোৰে মাজত ভালদৰে চিনাকি হৈ পৰিছে। কৰম একাদশী নামেৰে জনাজাত ভাদমাহৰ শুক্লা একাদশী তিথিত পালন কৰা কৰম পৰৱত কৰম গছ অৰ্থাৎ চিকামৰলীয়া গছৰ ডাল ৰীতি-নীতিৰ মাজেৰে চোতালত পুতি কৰম দেৱতাৰ স্তুতি-আৰাধনা কৰি চাহ জনজাতিৰ ডেকা-গাভৰু, বুঢ়া-বুঢ়ী নিৰ্বিশেষে ঢোল-মাদলৰ তালে তালে ঝুমইৰ গীতৰ লহৰে লহৰে ধৰাধৰিকৈ ৰাতিৰ ভাগত নৃত্য-গীত কৰে।

দুৰ্গা পূজা গতানুগতিকভাবে কৰা দেখা যায়। ফাকুৱা পৰৱত ৰং-বোকা খেলাৰ উপৰিও হাতে হাতে ডেৰ দুই-ফুট দীঘল লাঠি লৈ বৃত্তাকাৰে ডেকাসকলে গীত গাই গাই এক বিশেষ ভংগী-মাৰে নাচে। ইয়াক লাঠি খেল বা কাঠিনাচ বোলে। বিয়াত ব্যৱহাৰ কৰা নটুৱা নৃত্য সম্প্ৰতি নোহোৱাৰ পথত। সৰ্বভাৰতীয় মকৰ সংক্ৰান্তিত পালন কৰা মাঘ বিহুত চাহ জনজাতিসকলে আন দহজনৰ দৰে মেজি পোৱা, ঢেৰাঘৰ সজা, আলু-কবি, হাঁহ-কুকুৰা আদি চুৰ কৰি ভোজ-ভাত খোৱাৰ বাহিৰেও লক্ষ্মীদেৱী স্বৰূপা জ্ঞান কৰা মহাসতী টুচুৰ স্তুতি আৰাধনাৰ মাজেৰে টুচুপৰৱ পালন কৰে। মুছলমান সম্ৰাট আল্লাউদ্দিন খিলিজীৰ লোলুপ দৃষ্টিৰপৰা হাত সাৰি নিজৰ সতীত্ব ৰক্ষা কৰিবলৈ মধ্যভাৰতৰ ক্ষত্ৰিয় ৰাজৰ ৰূপহী কইনা ৰুকমীণী পলাই আহি 'টুচুমণি' নামেৰে ছদ্মনাম ধৰি দিহিঙে-দিপাঙে ঘূৰি-ফুৰি পতিৰ মৃত্যুত সতী যোৱা মকৰ সংক্ৰান্তিৰ দিনা পালন কৰা চাহ জনজাতিৰ মহিলা প্ৰধান উৎসৱ টুচুপৰৱ এগৰাকী সতী সাধৰনীৰ স্মৰণীয় জীৱনৰ কৰুণ সমাপ্তিৰ কাহিনী। খেতি-পথাৰত কামত নমাৰ আগে আগে আহাৰ মাহত ৰাজহুৱাভাবে গ্ৰাম পূজা কৰি গাঁৱৰ দেৱতাক সন্তুষ্ট কৰি ৰাখিবৰ যত্ন কৰা হয়। বেউলা-লখীন্দাৰৰ কাহিনীৰ লগত সম্পৰ্ক থকা মনসা পূজা এই সমাজত কম-বেছি পৰিমাণে প্ৰচলিত। জাতি বিশেষে সুৰ্যাহী পূজা, গংগা পূজা, পাহাৰ বা বাঘ পূজা, তুলসী পূজা আদি এই সমাজত আছে।

চাহ জনজাতি সমাজত ব্যৱহাৰ কৰা বাদ্য-যন্ত্ৰবোৰ হ'ল ঢাক, ঢোল, ধুমচা বা নাগ্ৰা, শাহনাই, মদন ভেড়ী, বাঁহী, মুৰুলী, ঝাঁঝা বা খুটিতাল, খোল ইত্যাদি। সেইদৰে গীতবোৰ হ'ল,— ঝুমইৰ গীত, দমকচ গীত, সাদী গীত, টুচুগীত, সঁহৰাই গীত,



মনসা গীত, কাঠিনাচ গীত, ঘেৰা গীত, লৰী বা ছেনা খেলা গীত ইত্যাদি; আৰু নাচবোৰ হ'ল,— ঝুমইৰ নাচ, দমকচ নাচ, নটুৱা নাচ, কাঠি নাচ, ঝণ্ডা নাচ, দণ্ড নাচ, বিলাসপুৰীয়া নাচ, উৰিয়া নাচ, চাওঁতালী নাচ, পাইনকা নাচ ইত্যাদি।

# ঝুমইৰ নৃত্য-গীত পৰিৱেশনৰ কিছু কথা

ঝুমইৰ নৃত্য, ঝুমইৰ গীত আৰু ইয়াৰ আনুসংগিক বাদ্যযন্ত্ৰবোৰ হৈছে চাহ জনজাতি সংস্কৃতিৰ এক লেখত ল'বলগীয়া সম্পদ। কৰম পৰৱ চাহ জনজাতি বাপতি সাহোন জাতীয় উৎসৱ। জাতি-ধৰ্ম নিৰ্বিশেষে চাহ জনজাতিৰ সকলোৱে এই পৰৱ পালন কৰে ই এক সমন্বয়ৰ প্ৰতীক। সমন্বয়ৰ অন্যনাম যেন কৰম পৰৱ। এই হেন পৰৱক কেন্দ্ৰ কৰি জন্মলাভ কৰিছে ঝুমইৰ নৃত্য আৰু ঝুমইৰ গীত। অখ্যাত শিল্পীৰ বিখ্যাত ৰচনাৰে পৰিস্ফুট হোৱা ঝুমইৰ গীত যিদৰে চাহ জনজাতিৰ লোক গীত, ঠিক সেইদৰে ঝুমইৰ নৃত্যও হৈছে চাহ জনজাতিৰ লোক নৃত্য। মুক্ত আকাশৰ তলত মুক্তভাৱে জীয়াই থকা লোক নৃত্যৰ কোনো ব্যাকৰণ নাই। কোনো বাধ্য-বাধকতা নাই। তেনেহ'লে কোনো নীতি-নিয়ম মানি চলাৰ প্ৰয়োজন নাই নেকি?

প্ৰয়োজন আছে। নিয়ম মানুহে পাতে আৰু মানুহেই ভাঙে। সময়ৰ গতিত মুক্ত আশৰ তলত শাৰদী জোনাকত মুকলি ৰূপত অনুষ্ঠিত হোৱা ঝুমইৰ নৃত্য আজি মঞ্চত উঠিল। প্ৰতিযোগিতাৰ দুৱাৰদলীত উপনীত হ'ল। প্ৰতিযোগিতাৰ কবলত পৰি মনোৰঞ্জনৰ দিশত ধাৱিত হ'ল। অতীতৰ স্বকীয়তা হেৰাই যোৱাৰ উপক্ৰম হ'ব ধৰিছে। নিত্য নতুন পৰিৱেশনে লোক-সংস্কৃতিৰ ৰূপৰেখা সময়ৰ হাত বুলনিত অপসংস্কৃতিত পৰিণত হয়। সেয়ে কিছু নিয়ম-নীতিৰ মাজত কিছু নিয়ম শৃংখলা পালন কৰাৰ প্ৰয়োজন আছে। এই দিশৰ প্ৰতি লক্ষ্য ৰাখি ঝুমইৰ নৃত্য-গীত পৰিৱেশনৰ ক্ষেত্ৰত কিছু কথা লিখিবৰ প্ৰয়াস কৰা হ'ল। বিষয়টো বিতৰ্কিত। বহুতৰে মনঃপুত নহ'বও পাৰে। নিয়মাৱলী এখন থাকিলে প্ৰতিযোগিতৰ ক্ষেত্ৰত বহুতো সুবিধা হয়। নহ'লে যাৰ যি মন যায় তাকে কৰিব পাৰে। এৰাল নোহোৱা গৰু আৰু ভাত নোহোৱা গৰুৰ নিচিনা হয়।

ঝুমইৰ শব্দৰ সংজ্ঞা বহুতে বহুত ৰকমে দিয়ে। আমি জনা মতে 'ঝুম' মানে হ'ল জুম পাতি অৰ্থাৎ দল বান্ধি আৰু 'মইৰ' অৰ্থ 'মৈৰ' মানে হ'ল শাৰী শাৰীকৈ ঘূৰা। 'ঝুম' আৰু 'মইৰ' দুয়ো মিলি ঝুমইৰ। স্থানভেদে 'ঝুমেইৰ', 'ঝুমইৰ' আৰু 'ঝুম'ৰ বুলি কিছুমানে কয় যদিও সৰ্বসন্মতভাৱে মানি লোৱা শব্দটো হ'ল ঝুমইৰ।



ভাদ মাহৰ শুক্লা একাদশী তিথিত কৰম পৰৱ পতা হয় আৰু সেই কৰমথলীতে ঝুমইৰ নৃত্য-গীত পৰিৱেশন কৰা হয়।

**প্ৰকাৰ ঃ** ঝুমইৰ গীত কেইবা প্ৰকাৰৰ আছে। ভাগবোৰ হ'ল ঃ- ১। বন্দনা, ২। ডাঁৰশালীয়া, ৩। ঝিঙাফুলীয়া, ৪। ৰং বা খেমটা, ৫। গলৱাৰী (আধাৰাতিয়া) আৰু ৬। ভিনসৰীয়া। এই কেইবিধ হ'ল মূল ভাগ। সচৰাচৰ সকলোৱে এই ভাগৰ গীতবোৰকে গায়। এইবোৰ সকলোৰে মাজত প্ৰিয়। ইয়াৰ বাহিৰেও আৰু কেইটামান সৰু-সুৰা ভাগ আছে। সেইবোৰৰ সিমান প্ৰচলন নাই। কেতিয়াবা কৰবাত গোৱা শুনা যায়। সেই গীতবোৰ হ'ল— ১। বৈঠখখানা, ২। তামড়িয়া, ৩। যশপুৰীয়া, ৪। নাগপুৰীয়া, ৫। বিলাশপুৰীয়া, ৬। ছত্তীশগড়ীয়া, ৭। লচুৰা ইত্যাদি। এই ভাগবোৰৰ সন্দৰ্ভত ইয়াত আলোচনা কৰাৰ পৰিৱৰ্তে শিৰোনামাৰ মূল বিষয়-বস্তুৰ ওপৰত বিস্তৃতভাৱে আলোচনা কৰা হৈছে।

প্ৰতিযোগিতাৰ বিষয়সমূহ ঃ ঝুমইৰ প্ৰতিযোগিতাৰ বিষয়সমূহ এনেধৰণে ভাগ কৰিব পৰা যায় ঃ- ১। শ্ৰেষ্ঠ ঝুমইৰ দল, ২। শ্ৰেষ্ঠ গায়ক, ৩। শ্ৰেষ্ঠ ঢুলীয়া, ৪। শ্ৰেষ্ঠা নাচনী (পেলনী)। দলগত সংখ্যা ঃ দলগত সংখ্যাঃ নিম্নতম ১২ (বাৰ) জন আৰু অধিকতম ২০ (বিশ)জনৰ ভিতৰত হ'লে ভাল হয়। তাৰ কম বা বেছি হ'লে বেয়া হয়। দলটোত নিম্নতম ৬ (ছয়) জনী আৰু অধিকতম ১২ (বাৰ) জনী নাচনী থাকিব লাগে। তাৰোপৰি দলটোত দুজন ৰইচকা (গায়ক), দুজন বা এজন ঢুলীয়া, এন মান্দৰীয়া আৰু এজন বাঁহীবাদক থাকিব লাগে। গীতসমূহ উক্ত দলৰ ভিতৰত থকা শিল্পীজনেহে গাব লাগে।

**বয়স ঃ** শিল্পীসকলৰ বয়স ১৬ (যোল্ল) বছৰৰ কম হ'ব নালাগে। কম বয়সৰ ল'ৰা-ছোৱালীক অংশগ্ৰহণৰ পৰা বিৰত ৰাখিব লাগে। যৌৱনপ্ৰাপ্ত সুঠাম দেহৰ সৌন্দৰ্য্য প্ৰকাশ ঝুমইৰ নৃত্যৰ অন্য এক কৃতিত্ব।

**সময় ঃ** প্ৰতিটো দলৰ বাবে সময় ১৫ মিনিটৰ পৰা ২০ মিনিটৰ ভিতৰত হ'ব লাগে।

**সাজপাৰ ঃ** জাতীয় সাজপাৰ জাতীয় সংস্কৃতিৰ প্ৰধান উপাদেয় সাজপাৰৰ ক্ষেত্ৰত সজাগ হোৱা দৰকাৰ। দলৰ পুৰুষসকলে বগা কপাহী ধুতি আৰু দীঘল হাতৰ বগা কপাহী কামিজ পিন্ধিব লাগে। মূৰত পিছফালে কঁকালেকে ওলমি পৰা বগা কপাহী কাপোৰৰ পাগুৰী মাৰিব লাগে। ঢুলীয়াজনে ঢোলৰ মাৰি ধৰা হাতখনত লাল ৰুমাল বান্ধি ল'ব লাগে। চাহ জনজাতিসকলে লাল ৰং ভাল পায়। লাল ৰঙৰ কথা ঝুমইৰ গীতৰ মাজৰ বিচাৰি পোৱা যায়। নাচনীসকলে

লালপাড়ীৰ বগা কপাহী শাড়ী আৰু লাল ব্লাউজ পিন্ধিব লাগে। শাড়ীখন পিন্ধোতে ভৰিৰ কলাফুল টঁকাকৈ পিন্ধিব লাগে। নাচনীসকলে খোপা বান্ধিব লাগে। খোপাত কঁাশীফুল বা গেন্দা ফুল (নাৰ্জি ফুল) গুজিব লাগে। এইবোৰ ফুল নাপালে অন লাল ৰঙৰ ফুল গুজিব লাগে। মালা কৰিও খোপাত মেৰিয়াই ল'ব পাৰি। কাগজ বা প্লাষ্টিকৰ কৃত্রিম ফুল ব্যৱহাৰ কৰি সংস্কৃতিৰ পথাৰলৈ কৃত্রিমতাৰ পোহাৰ মেলিব নালাগে। প্ৰকৃত ফুলৰ অভাৱত দুখিলামান গছৰ পা· খোপাত গুঁজি হ'লেও প্ৰকৃতিৰ লগত সম্পৰ্ক থকা সংস্কৃতি এটিক প্ৰকৃতিৰ মাতে জীয়াই ৰাখিব লাগে।

**অলংকাৰ ঃ** সংগতিহীন অযথা অলংকাৰ পিন্ধিব নালাগে। জাতীয় সংস্কৃতিৰ জাতীয় অলংকাৰ পিন্ধিব লাগে। সেয়ে নাচনীসকলে মূৰত সীতাপাটী, ডিঙিত হাস্‌লী, চন্দ্ৰহাৰ, টট্‌চিপা বা জালমালা পিন্ধিব লাগে। মালাৰ ৰং লাল হ'ব লাগে। হাতত বাজু, বালা বা খাডু পিন্ধিব লাগে। ভৰিত পৈৰী পিন্ধিব লাগে। পৈৰী দুবিধ আছে। এবিধ গোটা পৈৰী আৰু আনবিধ শিকলী পৈৰী। যিকোনো এবিধ পিন্ধিলেই হ'ল। ভৰিৰ আঙুলিত ঝুটীয়া পিন্ধিব লাগে।

**প্ৰসাধন ঃ** নাচনীসকলে সাধাৰণ প্ৰসাধন কৰিব লাগে। উগ্ৰ প্ৰসাধন কৰিব নালাগে।

**নৃত্য পৰিৱেশনত প্ৰৱেশ ঃ** প্ৰতিযোগিতা মুকলি ঠাইত অনুষ্ঠিত হ'লে পথাৰখন ৰছী টানি ঘূৰণীয়াকৈ সজোৱা হয়। ৰছীৰ চাৰিওফালে ঘূৰণীয়াকৈ দৰ্শক বহে। মাজত নৃত্যৰ বাবে যথেষ্ট খালি ঠাই ৰখা হয়। খালি ঠাইৰ সোঁমাজত এটা গছৰ ডাল পোতা হয়। তাৰ চাৰিওফালে যাতে ঘূৰি ঘূৰি নাচিব পাৰে তাৰ ব্যৱস্থা কৰা হয়। প্ৰৱেশ আৰু প্ৰস্থানৰ বাবে দুফালে দুটা পথ ৰখা হয়। কেতিয়াবা এটা পথেৰেই প্ৰৱেশ আৰু প্ৰস্থানৰ ব্যৱস্থা কৰা হয়। আঁৰ বেৰ থকা মঞ্চত প্ৰতিযোগিতা পাতিলে আঁৰ কাপোৰ পেলোৱাৰ আগে আগে নৃত্য শেষ হোৱাৰ সংকেত দিয়া হয়। প্ৰৱেশ পথৰ কিছু আঁতৰৰ পৰা নৃত্যৰত ভংগীমাত ঝুমইৰ দলটিয়ে প্ৰৱেশ কৰিব লাগে। ঢোলত চাপৰ মাৰি প্ৰথমে ঢুলীয়াই প্ৰৱেশ কৰিব লাগে। লগে লগে নিজৰ নিজৰ বাদ্যত লহৰ তুলি আনবোৰ বাদকবো প্ৰৱেশ হ'ব লাগে। তাৰ পাছত বন্দনা গীত গাই গাই গায়কৰ প্ৰৱেশ। গীতৰ প্ৰথম কলিৰ লগত সংগতি ৰাখি ঢুলীয়াই প্ৰথম চেও মাৰিব। গায়কে গীত গাই যাব আৰু ঢুলীয়াই তাল ৰাখি যাব। নাচনীসকলে গীতৰ প্ৰথম কলিটো গাই গাই নৃত্যৰত ভংগীমাত প্ৰৱেশ কৰিব ৰাইজলৈ সেৱা আগবঢ়ায়। গীতৰ কলিটো দুবাৰ গাব। প্ৰথমবাৰ গাওঁতে ঢোলত চাপৰ নপৰে। দ্বিতীয়বাৰ গাওঁতে ঢোলত গায়কে পুনৰ গীত গাই যাব। গায়কৰ লগত সংগতি ৰাখি নাচনীসকলেও গীত গাই যাব।



নাচনীসকলে শাৰী পাতি হাতত ধৰাধৰিকৈ নাচিব। সোঁহাতৰ প্ৰথমগৰাকীয়ে সোঁহাতত লাল ৰুমাল বান্ধিব লাগে। ঠিক সেইদৰে বাওঁহাতৰ কনিষ্ঠা আঙুলিত লাল ৰুমাল বান্ধিব লাগে। নৃত্যৰ তাল-মান ভংগীৰ লগত সংগতি ৰাখি নাচনীদল দুটা ভাগ হৈয়ো নাচিব পাৰে। দুটাতকৈ বেছি ভাগ হ'ব নালাগে। শিল্পীসকলে ঝুমইৰ নৃত্যৰ ...

# অসমীয়া সাহিত্য-সংস্কৃতিলৈ চাহ জনজাতিৰ অৱদান

—"ফাঁকি দিয়ে আনিল আসাম"— বোলা কথাষাৰ চাহজনজাতিৰ সমাজখনে আজিও পাহৰিব পৰা নাই। এইখন সমাজৰ পূৰ্ব পুৰুষ সকলক প্ৰৰোচনা কৰি দালালে কি যন্ত্ৰণা ভোগাই অসমলৈ আনিছিল তাক ভুক্তভোগীয়েহে জানে। চাহ জনজাতিৰ অসম আগমনৰ ইতিহাস মেলি চালে আজি সেইসকললৈ পুতৌ জন্মে। ভাৰতৰ বিভিন্ন প্ৰান্তৰ পৰা বিভিন্ন জাতিৰ বিভিন্ন ভাষা ভাষীৰ লোকসকলক যেতিয়া চাহবাগিচাৰ লাইনবোৰত ৰাখিব ধৰিলে তেতিয়া ইজনে সিজনৰ ভাষা বুজিব নোৱাৰি আকাৰে ইংগিতে মনৰ ভাব প্ৰকাশ কৰিব ধৰিলে। কাৰণ, মুণ্ডাসকলৰ মুণ্ডাৰী ভাষা চাওঁতালে বুজি নাপায়, চাওঁতালৰ চাওঁতালী ভাষা ওৰাঙে বুজি নাপায়, ওৰাঙৰ ওৰাং ভাষা কুৰ্মীয়ে বুজি নাপায়, কুৰ্মীৰ কুৰ্মালী বাষা তেলেঙাই বুজি নাপায়। অথচ সকলোবোৰ মানুহ একেখন লাইনতে থাকিব লগা হৈছে। বাগিচাত কাম কৰে একে লগে, থাকেও একে লগে। কিন্তু কোনেও কাৰো কথা বুজি নাপায়। আকাৰ ইংগিতেৰেই কাম চলাই থাকে। দিনবোৰ বাগৰিব ধৰে। দিন যোৱাৰ লগে লগে তেওঁলোকৰ মাজত থকা অলপ অচৰপ বুজিব পৰা সহজ সহজ ভাষাৰ কথাবোৰ অজানিত ভাবে পৰস্পৰৰ মাজত প্ৰচলন হ'ব ধৰিলে আৰু কালক্ৰমত ইয়েই এদিন ঠনধৰি উঠি,— "বাগানীয়া ভাষা"ৰ এক নতুন ৰূপ ল'লে। অসমৰ মাটিত মিশ্ৰিত ৰূপত জন্ম লাভ কৰা বাগানীয়া ভাষা হ'ল তেওঁলোকৰ ধাতৃভাষা বা সংযোগী ভাষা। এই অসমীয়া ভাষা তেওঁলোকৰ ওপৰত কোনেও জাপি দিয়া নাই। তেওঁলোকৰ মাজত এই ভাষাৰ প্ৰসাৰতাৰ বাবে কোনেও কাম কৰা নাই। এই ভাষা তেওঁলোক শিকিব লাগিব, এই ভাষাৰে পঢ়া শুনা কৰিব লাগে, এই ভাষাৰে নিজৰ ভিতৰত কথা পাতিব লাগে, এই ভাষাৰে সাহিত্য চৰ্চ্চা কৰিব লাগে বুলিও কোনেও কোৱা নাই। আনকি "আসাম মৰলে হামৰাও মৰব" বুলি জয়ধ্বনি দিবলৈ কোনেও কোৱা নাছিল। কিন্তু ক'ব নোৱাৰাকৈয়ে আপোনা আপুনি এইবোৰ তেওঁলোকৰ মাজত হৈ উঠিল। আজি



শুনা কৰে, অসমীয়া ভাষাৰে নিজৰ ভিতৰত কথা পাতে, অসমীয়া ভাষাৰে সাহিত্য চৰ্চ্চা কৰে। অসমীয়া ভাষা সাহিত্য একেবাৰে তেওঁলোকৰ আপোন হৈ পৰিল। অসমখনো একেবাৰে তেওঁলোকৰ আপোন হৈ পৰিল। অসমখনেই এতিয়া তেওঁলোকৰ জনমভূমি, কৰমভূমি আৰু মৰণভূমি। সেয়ে বিগত অসম আন্দোলনৰ সময়ত হাজাৰ হাজাৰ চাহ জনজাতিৰ লোকে ৰাজপথত সমদল উলিয়াই "আসাম মৰলে হামৰাও মৰব" বুলি মুক্ত কণ্ঠে জয়ধ্বনি দি অসম আন্দোলনক সমৰ্থন কৰিছিল।

কিন্তু বৰ দুখৰ বিষয় যে, অসমত প্ৰায় দুশ বছৰ বসবাস কৰা, অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিক নিজৰ ভাষা সাহিত্য-সংস্কৃতি হিচাপে জ্ঞান কৰা চাহ জনজাতিসকল আজিও অসমীয়া হ'ব পৰা নাই। স্বাৰ্থ ৰক্ষাৰ সময়তহে তেওঁলোকক অসমীয়া বুলি কোৱা হয়। আন সময়ত নহয়। দুখৰ সময়ত অসমীয়া আৰু সুখৰ সময়ত কুলী। এনেধৰণৰ কথাবোৰে চাহ জনজাতি সমাজখনক সাম্প্ৰতিক ভাৱধাৰাই ভবাই তুলিছে। যাৰ কাৰণে আমি সকলোৱে এদিন হয়তো অনুতাপ কৰিব লাগিব। খাটি অসমীয়া নহ'লেও তেওঁলোক "আসামেৰ অসমীয়া" বা "চাহ বাগিচাৰ অসমীয়া।" তেওঁলোকে আদৰি লোৱা অসমীয়া ভাষা সাহিত্যই এই কথাৰ স্বাক্ষৰ বহন কৰিছে।

চাহ জনজাতি সমাজখন শিক্ষা দীক্ষাত একেবাৰে পিছপৰা। শিক্ষাৰ হাৰ তেনেই নগণ্য। য'ত শিক্ষা নাই তাত সাহিত্যও নাই। সাহিত্য কি বস্তু তেওঁলোকে নাজানে। এইবোৰ জনাৰ তেওঁলোকৰ দৰকাৰো নাই। বাগানত কাম কৰিছে হাজিৰা পাব লাগে, ঘৰ পাব লাগে, ৰেচন পাব লাগে, বোনাচ পাব লাগে, বচ ইমানেই। তাৰ বাহিৰে আৰু একো নালাগে। যাৰ বৰ্তমান আছে, ভৱিষ্যত নাই। তেনে একো নালাগে। যাৰ বৰ্তমান আছে, ভৱিষ্যত নাই। তেনে এখন সমাজত সাহিত্যৰ কথা বহুত দূৰতে থাকি যায়। তাৰ মাজতো চাহ জনজাতি সমাজখনৰ কিছুলোকে সাহিত্য চৰ্চা কৰিছে। কাগজ আলোচনীত লিখা মেলা কৰিছে। কিতাপ পত্ৰও প্ৰকাশ কৰিছে। লেখক-লেখিকা ৰূপত অসমীয়া সাহিত্য জগতত পৰিচিত হ'ব পাৰিছে। সাহিত্য সভাৰ লগতো জড়িত হৈ পৰিছে। অসম চৰকাৰৰ পৰা সাহিত্যিক পেঞ্চন দুজনে পাইছে। এজন হ'ল চাবুৱাৰ সু-সাহিত্যিক প্ৰয়াত নাৰায়ণ ঘাটোৱাৰ আৰু আনজন হ'ল জামিৰাৰ সু-সাহিত্যিক প্ৰয়াত মেঘৰাজ কৰ্মকাৰ। দুয়োজনৰে ভালেমান কিতাপ পত্ৰ প্ৰকাশ পাইছে। দুয়োজনেই অসম সাহিত্য-সভাৰ কাৰ্য নিৰ্বাহক সদস্য আছিল। অসম সাহিত্য সভাত চাহজনজাতি সমাজৰ প্ৰথম কাৰ্য নিৰ্বাহক সদস্য আছিল উজনি অসমৰ প্ৰয়াত ৰঘুৱা তাঁতী। এই সকলৰ বাহিৰেও বিভিন্ন সময়ত

সাহিত্য সভাৰ কাৰ্য্য নিৰ্বাহক সদস্য হিচাপে নিৰ্বাচিত হৈছিল প্ৰয়াত দেউৰাম তাছা, প্ৰহ্লাদ তাছা, সুশীল কুৰ্মী, গুৰুচৰণ কুৰ্মী আদি ভালে কেইজন চাহজনজাতি সমাজৰ লেখক।

আমি জনামতে এতিয়ালৈকে যিসকলৰ গ্ৰন্থ প্ৰকাশ পাইছে তেওঁলোক হ'ল,— গৌৰ মাহতো, নাৰায়ণ ঘাটোৱাৰ, দেউৰাম তাচা, মেঘৰাজ কৰ্মকাৰ, গণেশ কুৰ্মী, সুশীল কুৰ্মী, প্ৰহ্লাদ তাচা, দীলেশ্বৰ তাঁতী, সনন্ত তাঁতী, সমীৰ তাঁতী, প্ৰাণেশ্বৰ লোমগা, হৰি প্ৰসাদ কুৰ্মী, বিপিন মাহাতো ইত্যাদি। আমাৰ অজানিতে হয়তো কোনোবা আৰু থাকি যাব পাৰে। দুগৰাকী মহিলা লেখিকাৰো গ্ৰন্থ ইতিমধ্যে প্ৰকাশ পাইছে। তাৰে এগৰাকী হ'ল বোকাখাতৰ পদুমী গাজুল আৰু আনগৰাকী হ'ল যোৰহাটৰ ৰেখা তাচা। গ্ৰন্থ প্ৰকাশ নাপালেও বহুতৰে বহু লিখনি কাকত আলোচনীৰ বুকুত প্ৰকাশ পাইছে। নতুন নতুন প্ৰতিভা সম্পন্ন লেখক-লেখিকা ওলাই অহা আজি পৰিলক্ষিত হৈছে। কাকত আলোচনীত তেওঁলোকৰ লিখা প্ৰকাশ পাইছে। অসমীয়া সাহিত্য জগতৰ ই এক গৌৰৱৰে কথা।

কবিতাৰ জগতত সনন্ত তাঁতী আৰু সমীৰ তাঁতীয়ে এক সুকীয়া আসন দখল কৰিছে। অসমীয়া কবিতাৰ আকাশত লব্ধ প্ৰতিষ্ঠ কবি হিচাপে দুয়োগৰাকী কবিয়ে প্ৰতিষ্ঠা লাভ কৰিছে। দুয়োগৰাকী কবিক অসমৰ মানুহে ভালদৰে চিনি পাইছে। দুয়োৰে ভালেমান কবিতাৰ পুথি প্ৰকাশ পাইছে।

গল্প লিখা লোকৰ সংখ্যা অৱশ্যে ক'ম। যি কেইজনে গল্পত স্বাক্ষৰ বহন কৰিছে, তেওঁলোক হ'ল,— প্ৰানেশ্বৰ লোমগা, দুৰ্গাচৰণ তাঁতী, অমল হ'ৰ আৰু অবিনাশ হ'ৰ। নতুনৰ মাজতো এতিয়া কেইজনমানে গল্প লিখাত হাত দিছে। ইতিমধ্যে তেওঁলোকৰ গল্প লিখনি কাকত আলোচনীত প্ৰকাশ পাইছে। তাৰে কিছু গল্পকাৰৰ উজ্জ্বল ভৱিষ্যতৰ উমান পোৱা যায়। উল্লেখিত প্ৰৱীন গল্প লেখক প্ৰানেশ্বৰ লোমগাৰ এখন গল্প পুথি ইতিমধ্যে প্ৰকাশ পাইছে।

এইখন সমাজৰ কেইবাজনো লেখক সাহিত্যিকে জিলা সাহিত্য সভাৰ সভাপতিৰ আসন শুৱনি কৰিছে। তেওঁলোক হ'ল,— সাহিত্যিক পেঞ্চনাৰ প্ৰয়াত মেঘৰাজ কৰ্মকাৰ, সু-সাহিত্যিক প্ৰহ্লাদ তাছা আৰু চিন্তাশীল লেখক গুৰুচৰম কুৰ্মী।

অসম চাহ মজদুৰ সংঘৰ দ্বাৰা দীৰ্ঘদিন ধৰি 'চাহ মজদুৰ' নামৰ এখনি মাহেকীয়া বাৰ্তালোচনী প্ৰকাশ পাই আছে। চাহজনজাতি ছাত্ৰ সমাজখনৰ অধুনালুপ্ত মুখপত্ৰ 'সেউজী পাত' আৰু ইয়াৰ অধিবেশনবোৰত প্ৰকাশ পাই থকা স্মৃতি গ্ৰন্থসমূহেও



ন-লেখক সৃষ্টিত অৰিহণা যোগাই আহিছে। বহুত দিনৰ আগতে সু-সাহিত্যিক গনেশ কুৰ্মী আৰু 'সেউজী পাত'ৰ শিল্পী প্ৰয়াত চেনীৰাম কুৰ্মীৰ সম্পাদনাত 'মাদল' নামৰ এখন মাহেকীয়া আলোচনী প্ৰকাশ পাইছিল। এতিয়া সেইখন নাই। তাৰ পাছত বিভিন্ন সময়ত বিভিন্নজনৰ সম্পাদনাত বিভিন্ন কাগজ আলোচনী এইখন সমাজৰ পৰা প্ৰকাশ পাইছিল। এই ক্ষেত্ৰত 'আদিবাসী আৱাজ', 'হামাদেৰ আৱাজ', 'আঙনা', 'জননী', আদিৰ নাম ল'ব পাৰি। উল্লেখিত কাকত আলোচনীবোৰৰ জৰিয়তে চাহ বাগিচাৰ সাহিত্যিই ঠন ধৰি উঠিছিল। ১৯৭০ চনত সু-সাহিত্যিক হোমেন বৰগোহাঞিৰ সম্পাদনাত 'চাহ মজদুৰ বিশেষ সংখ্যা' হিচাপে সাপ্তাহিক নীলাচলখন প্ৰকাশ পাইছিল। তাৰ ১০ বছৰৰ মূৰত এই লেখকৰ সম্পাদনাত ১৯৮০ চনত আকৌ এবাৰ কাকতখন 'চাহ মজদুৰ বিশেষ সংখ্যা' হিচাপে প্ৰকাশ পাইছিল। দুয়োটা বিশেষ সংখ্যাতে চাহ বাগিচাৰ বিভিন্ন দিশৰ ওপৰত এইখন সমাজৰ লেখক-লেখিকাই কলম চলাইছিল। সেইদৰে কলম চলাইছিল কবি সাহিত্যিক অৰনীন্দ্ৰ বৰা সম্পাদিত 'কালপুৰুষ' আৰু কৌশিক আচাৰ্য সম্পাদিত 'সৃষ্টি'ত। দুয়োখনেই আছিল জ্যোতিষ সম্পৰ্কীয় মাহেকীয়া আলোচনী। এতিয়া এখনো নাই। এদিন সাপ্তাহিক জনমভূমিত 'সেউজী পাতৰ আঁৰে আঁৰে' অগ্ৰদূতত 'চাহ শ্ৰমিকৰ কণ্ঠস্বৰ' নীলাচলত 'চাহ বাগিচাৰ মজিয়াৰ পৰা' নামৰ চাহ বাগিচাৰ আছুতীয়া শিতান অসমীয়া বাতৰি কাকত আছিল। এতিয়া নাই। এতিয়া কেৱল অসমীয়া কাকতৰ ভিতৰত দৈনিক জনমভূমিতখনত 'এটি কলি দুটি পাত' নামৰ চাহ বাগিচাৰ আছুতীয়া শিতান আছে। তাৰ বাহিৰে অন্য ক'তো আৰু দেখা নাই। এসময়ত মাহেকীয়া আলোচনী 'জোনবিৰি'ত প্ৰথম বাগিচাৰ শিতান মুকলি কৰে। শিতানটি এই লেখকেই পৰিচালনা কৰিছিল। তাৰ পাছত মাহেকীয়া আলোচনী 'যুগ'তো 'চাহ বাগিচাৰ প্ৰতিধ্বনি' নামেৰে এটি শিতান মুকলি কৰা হৈছিল। তাৰো পৰিচালনাৰ দায়িত্ব এই লেখকৰ ওপৰতে ন্যস্ত আছিল। এতিয়া সেই আলোচনীও নাই আৰু সেই শিতানো নাই। আছুতীয়া শিতানবোৰ বন্ধ হৈ গ'লেও চাহ বাগিচাৰ লেখক-লেখিকাৰ কলম বন্ধ হৈ যোৱা নাই। তেওঁলোকৰ লিখনি এতিয়াও অসমৰ বিভিন্ন কাকত আলোচনীত প্ৰকাশ পাই আছে। নিবিড়ভাবে অসমীয়া ভাষা-সাহিত্যৰ সেৱা কৰি আছে।

প্ৰতিখন সমাজৰ পৃথক-পৃথক সংস্কৃতিৰ পথাৰ আছে। সংস্কৃতিয়ে সমাজৰ একোটা সম্যক চিত্ৰ ডাঙি ধৰে। যিখন সমাজ যিমান আগবঢ়া সেইখন সমাজৰ সংস্কৃতিও সিমানে আগবঢ়া। চাহ জনজাতিৰ সমাজখনৰো এক স্বকীয় সংস্কৃতি আছে। সমাজ আৰু সংস্কৃতি দুয়োৰে মাজত নিবিড় সম্পৰ্ক। সমাজত চলি অহা

ৰীতি-নীতিবোৰ প্ৰকৃতি, পৰিবেশ আৰু যুগৰ লগত সামঞ্জস্য ৰাখি সংস্কাৰ কৰাৰ পৰা সংস্কৃতি নাম পায়। সমাজ বান্ধোনৰ মাজত থাকি জন্মৰ পৰা মৃত্যুলৈকে এজন মানুহে যি ৰীতি-নীতি মানিব লগা হয়, যি হাঁহি-কান্দোনৰ মাজেৰে যাব লগা হয়, যি সাজ পোচাক পিন্ধিব লগা হয় আৰু কৃষ্টিৰ পথাৰত যি নৃত্য গীত কৰি বাদ্য-যন্ত্ৰ ব্যৱহাৰ কৰিব লগা হয় এই সকলোবোৰ মিলিয়েই সংস্কৃতিৰ ৰূপ লয়। সংস্কৃতিয়ে কঢ়িয়াই আনে জাতিৰ পৰিচয়। কঢ়িয়াই আনে সমাজৰ পৰিচয়। এটা জাতি বা এখন সমাজক বুজি পাবলৈ সংস্কৃতিয়ে যিদৰে সহায় কৰিব পাৰে অন্য কোনোৱে তেনেদৰে সহায় কৰিব নোৱাৰে।

পুৰুষ আৰু প্ৰকৃতিক লৈয়ে সমাজ। অকল পুৰুষ বা অকল প্ৰকৃতি স্বৰূপ নাৰীক লৈ এখন পূৰ্ণাংগ সমাজ হ'ব নোৱাৰে। এটাক বাদ দিলে আনটো আধৰুৱা হৈ ৰয়।সেইদৰে সংস্কৃতিৰ কথআ বাদ দিলে আনটো আধৰুৱা হৈ ৰয়। সেইদৰে সংস্কৃতিৰ কথা বাদ দিলে সমাজখনৰ কথা আধৰুৱা হৈ ৰয়। চাহ বাগিচাৰ সংস্কৃতি বুলিলে আজিৰ পৰা ডেৰ শ বছৰৰ আগতে উৰ্বৰা অসম ভূমিত চাহ খেতি আৰম্ভ হোৱাৰ লগে লগে ভাৰতৰ বিভিন্ন প্ৰান্তৰ পৰা 'চল মিনি আসাম যাবদেশে বড় দুখৰে, আসাম যায়ে সুখে খাব সনাৰ আসাম দেশৰে' বুলি অসমলৈ আহি অসমত থিতাপি লোৱা বিভিন্ন লোকসকলৰ আপোন সংস্কৃতিৰ অধিকাৰী হোৱা স্বত্বেও সময়ৰ সোঁতত চাহ বাগিচাৰ সেউজী পাতৰ মাজত এক সংমিশ্ৰন, উমৈহতীয়া সংস্কৃতিৰ সৃষ্টি হ'ল,— সেয়া আজি চাহ-বাগিচাৰ সংস্কৃতি। চাহ জনজাতিসকল হৈছে ভাৰতৰ অন্যতম আদিবাসী দ্ৰাবিড় জাতিৰ লোক। সেয়ে চাহ বাগিচাৰ সংস্কৃতিত দ্ৰাবিড় সংস্কৃতিৰ ছাপ পোৱা যায়। ভাৰতৰ আদিবাসীসকল জড় উপাসক। চাহ জনজাতিসকলো জড় উপাসক। গছ, সূৰ্য, সৰ্প, পাহাৰ, নদ-নদী আদিক পূজা কৰাৰ নিয়ম আছে। ভূত প্ৰেতৰ অনুভৱ বৰকৈ কৰে কাৰণে ভূত প্ৰেতৰ পূজাপাতল বলি-বিধান সহকাৰে বৰ মন দি কৰে। দেৱ-দেৱীৰ নামত হাঁহ, কুকুৰা, ছাগলী, মহ আদি জীৱ-জন্তুৰ বলি দিয়ে। এটা সময়ত নৰ বলিও দিছিল। বৈদিক ৰীতি-নীতিৰ মাজেৰে কাৰ্য কৰ্ম কৰাও চাহ জনজাতি সমাজত আছে। ইতিহাসে ঢুকি পোৱা দিনৰে পৰা সময়ে সময়ে ভাৰতীয় সংস্কৃতি-সংস্কাৰৰ মাজেৰে পৰিবৰ্ত্তিত হৈ আহিছে। চাহ জনজাতি সংস্কৃতিও তাৰ ব্যতিক্ৰম নহয়। অসমৰ হাৱাপানীৰ মাজত থকাচাহ বাগিচাৰ উমৈহতীয়া সংমিশ্ৰন সংস্কৃতিত অসমীয়া সংস্কৃতিৰ প্ৰভাৱ পৰিছে। যাৰ ফলত অজানিত ভাবে দুয়ো দুয়োৰে ওচৰ চাপি যোৱা দেখা গৈছে। ব'হাগ বিহুত গো-সেৱা কৰা আৰু হুচৰি গোৱা যিদৰে অসমীয়া সংস্কৃতি ঠিক



সেইদৰে সঁহৰাই পৰবত গো-সেৱা কৰা আৰু জাহলী (হুচৰি) গোৱাটো চাহ জনজাতিৰ সংস্কৃতি। অসমীয়া সমাজে হুচৰিত গাইছে,— "দেউতাৰ পদুলিত গোন্ধাইছে মাধুৰি। কেতেকী মলে মলাই ঐ গোবিন্দাই ৰাম।" ঠিত সেই একেদৰেই চাহ জনজাতি সমাজে জাহলীত গাইছে — "ফালনাকে ঘৰে ভালা তুলসীকা পিড়া হো, ওপৰেযে উড়ে হাঁসা ৰাজা ৰে।" দুয়োৰে ভাৱাৰ্থ একেই। বহাগ বিহুত অসমীয়া সমাজে আঁহতৰ তলত নৃত্যগীত কৰাৰ দৰে কৰম পাৰৰত চাহ জনজাতি সমাজে কৰম গছ (চিকা মৰলীয়া)ৰ তলত নৃত্য গীত কৰে। সেয়ে সমন্বয়ৰ ভাৱ ফুটাই তুলি চাহ জনজাতি সমাজে উলাহতে গাইছে এইদৰে— "বৈশাখ মাসে বৈশাখ বিহু ভাদৰ মাসে কৰম ৰে, সৃষ্টিৰ কথা আছে গাঁথা দুনুতে সমান ৰে।" অসমীয়া সংস্কৃতিৰ মাজত নিবিড় বাবে সোমাই পৰিছে আজি চাহ জনজাতিসকল। সকলো ফালৰ পৰা অসমীয়াত্ব গ্ৰহণ কৰি অসমীয়া সংস্কৃতিৰ ভৰাল চহকী কৰাত সহায় কৰিছে। এইখন সমাজে আজি বিহু গীত গাইছে, বিহু নাচ নাচিছে। বিহুৰ ঢোলত চাপৰ মাৰিবলৈকো ভালদৰে শিকি লৈছে। বাগান-বস্তিত বিহু মেলাও পাতিব ধৰিছে। বহুত দিনৰ আগৰে পৰা মাজুলিগড় চাহ বাগিচা, ঘিলাধাৰী চাহ বাহিচা আৰু বিন্দুকুৰি চাহ-বাগিচাত বিহু মেলা পাতি আহিছে। এতিয়া এচিয়াৰ বৃহত্তম চাহ-বাগচা মোনাবাৰীত কেন্দ্ৰীয়ভাবে বিহুমেলা পাতিবলৈ লৈছে। সাপেখাটি, বৰপাম, মাজবাট, ঠেলামৰা, ৰাঙাপাৰা, ঢেকিয়াজুলি, মাকুম, পানীতোলা, ডুমডুমা, যোৰহাট আদি অসমৰ বিভিন্ন ঠাইত চাহ জনজাতিসকলে সক্ৰিয় ভাবে অংশ গ্ৰহণ কৰি বিহুমেলা পাতি আহিছে। ফুলমনি-চান্দমনিহঁতৰো বিহু নাচ নচা বহুত দিন হ'ল। দিনক দিনে বাগিচাবোৰত বিহু মেলা পতাৰ সংখ্যা বাঢ়ি যাব ধৰিছে। নাম ঘৰ পাতি ভাওনাও কৰিব ধৰিছে। নিজৰ ভিতৰত গায়ন বায়নৰো সৃষ্টি হ'ল। সাপেখাটী মাগুৰমৰাৰ ভাওনাদলে জামুগুৰিৰ বাৰেচহৰীয়া ভাওনাতো অংশ গ্ৰহণ কৰিছে। গোলাঘাট বাগিচাৰ ভাওনাদলে অসম ভিত্তিত হোৱা গুৱাহাটীৰ ভাওনা থলীত ভাওনা কৰিছে। সেয়ে ড° ভুপেন হাজৰিকাই অসমীয়া সংস্কৃতিৰ লগত চাহ জনজাতিৰ সংস্কৃতিৰ অক মিলনাত্মক দিশৰ চিত্ৰ সঠিক ৰূপত ৰূপায়িত কৰিছে। এইদৰে,— "বাপদাদা আহিছিল কোনোবা মুলুকত, আমিও বিহু গাব জানো,...।" এইখন সমাজৰ লোকে অসমীয়াত গীত লিখিছে, গীত গাইছে, নাটক লিখিছে নাটক কৰিছে, চিনেমা কৰিছে, চিৰিয়েল কৰিছে আনকি ভ্ৰাম্যমান থিয়েটাৰো গঢ়ি তুলিছে। ষাঠীৰ দশকত নটসূৰ্য ফণী শৰ্মাই চাহ-বাগিচাৰ পটবৃমিত 'কেঁচা সোণ' চিনেমা উলিয়ালে। সত্তৰ দশকত অসম চাহ মজদুৰ সংঘই 'ৰতন লাল' চিনেমা

কৰি অসমীয়া চিনেমা জগতত অৰিহণা যোগালে। সেই সময়তে ডিবুৰুৰ জালান চাহ-বাগিচাৰ জনপ্ৰিয় শিল্পী শিলচৰণ দাসে অসমীয়া গীতৰ 'গ্ৰামোফোন ৰেকৰ্ড' উলিয়ালে। দাসে তাত গোৱা 'অকলশৰীমা মই এটি ছাঁয়া..." গীতটিয়ে অসমীয়া গীতৰ জগতত আলোড়নৰ সৃষ্টি কৰিলে। তাৰ পিচত দাসে আৰু পিছলৈ চাব লগা হোৱা নাই। এটাৰ পিচত এটা গীতৰ কেছেট বাহিৰ হ'ব ধৰিলে। লগে লগে ডুমডুমাৰ দুলাল মানকি, মাকুমৰ মকৰ সিং ভূমিজ, ডিবুৰুৰ ৰাম চাচনি, বৰহাপ জানৰ দীলেশ্বৰ তাঁতী, মটক চাহ বাগিচাৰ সঙ্কৰ কিষান, নাজিৰাৰ কালিপ্ৰসাদ ৰেড্ডী, ৰাজাবাৰী চাহ-বাগিচাৰ অৰ্জ্জুন চাহু, পানীতোলাৰ হৰিপ্ৰসাদ কুৰ্মী, চাবুৱাৰ হৰিৎ কুৰ্মী আদি অনেক শিল্পীয়ে গীতৰ কেছেট উলিয়ালে আৰু এতিয়াও উলিয়ায়েই আছে। বিশ্বনাথ চাৰিআলিৰ পদ্মনাথ কৈৱীয়ে কেইবাখনো কথাছবি আৰু ছিৰিয়েল নিৰ্মাণ কৰি সফলতা অৰ্জন কৰিছে। সম্পূৰ্ণ চাহ-বাগিচাৰ পটভূমিত নিৰ্মাণ কৰা 'বুধু-অৰ্জুন' কথাছবিখন আৰু 'শিৰিষ' নাম ছিৰিয়েলখ ৰ কথা আজিও মনত পৰে। হিৰণ্য কুমাৰ বৰকাকতী আৰু এই লেখকৰ যুগ্ম পৰিচালনাত "চাহপাতেৰ কাঁচা সনা" নামৰ তথ্য চিত্ৰ এখনো নিৰ্মাণ কৰা হৈছে। অসম আন্দোলনৰ বতৰত সমন্বয়ৰ প্ৰতি লক্ষ্য ৰাখি আকাশবাণী গুৱাহাটী কেন্দ্ৰই প্ৰযোজনা কৰা "সেউজী পাতৰ মাজে মাজে" নামৰ সংগীতালেখ্যখনি প্ৰয়াত শিল্পী পুৰুষোত্তম দাসৰ তত্বাৱধানত এই লেখকে কৰিছিল। সেউজীপাতৰ শিল্পী চেনীৰাম কুৰ্মীয়ে 'ফ্ৰেণ্ডচ্ আৰ্ট এণ্ড চিনে প্ৰডাকচন" নাম সংস্থা এটা খোলে। যোৰহাটৰ শিল্পী পুৰুষোত্তম দাসৰ তত্বাৱধানত এই লেখকে কৰিছিল। সেউজীপাতৰ শিল্পী চেনীৰাম কুৰ্মীয়ে 'ফ্ৰেণ্ডচ্ আৰ্ট' এণ্ড চিনে প্ৰডাকচন" নাম সংস্থা এটা খোলে। যোৰহাটৰ শিল্পী মনোমতী শীল আৰু সুমতী মুণ্ডাই তাত সহযোগ কৰে। মৰাণ চাহ বাগিচাৰ দিলবদন দাসে চাহ বাগিচাৰ নৃত্য-গীতৰ দল লৈ অসম সাহিত্য সভাৰ অধিবেশনবোৰত প্ৰায়ে যোগদান কৰাৰ উপৰিও ১৯৯৩ পণ্ডিচেৰীত অনুষ্ঠিত হোৱা সৰ্বভাৰতীয় সাংস্কৃতিক সমাৰোহত অসমৰ হৈ যোগদান কৰিছিল। তাত বিহু আৰু ঝুমইৰ নৃত্য পৰিবেশন কৰা হৈছিল। বাগিচাৰ সংস্কৃতি আৰু অসমীয়া সংস্কৃতিৰ মাজত সমন্বয়ৰ সেতু তেওঁলোকে গঢ়ি তুলিছে। দিলবদন দাস আৰু হৰেন ৰাজোৱাৰে অসম চৰকাৰৰ পৰা শিল্পী পেঞ্চন পাইছে। চিকনি চাহ বাগিচাৰ বিৰ্চা উৰাওঁও এই পেঞ্চন ইতিমধ্যে লাভ কৰিছে। ৰাজ কৃষ্ণ বাঢ়ৈয়ে অসমৰ বিভিন্ন ভ্ৰাম্যমান থিয়েটাৰ দল সুৰদেৱী, নটৰাজ, ৰূপকোঁৱৰ, বিষ্ণুজ্যোতি আদিত গীত পৰিবেশন কৰে। হাঁহচৰা চাহ বাগিচাৰ অনিমা তাঁতীয়ে অসমৰ বিভিন্ন মঞ্চত



অসমীয়া গীত পৰিবেশ কৰি ৰাইজৰ ভূয়শী প্ৰশংসা লাভ কৰিছে। বিশ্বনাথ চাৰিআলিৰ তৃষ্ণা কুৰ্মীয়ে বিহুনৃত্য, সত্ৰীয়া নৃত্য, আধুনিক নৃত্য আদি বিভিন্ন নৃত্য অসমৰ বিভিন্ন মঞ্চত পৰিবেশন কৰি সুনাম অৰ্জন কৰিছে। আন্তঃকলেজ মহোৎসৱত নৃত্য প্ৰদৰ্শন কৰি শ্ৰেষ্ঠতাৰ মাপকাঠিৰে পুৰস্কাৰ লাভ কৰি বিশ্বনাথ কলেজলৈ গৌৰৱ কঢ়িয়াই আনে। দুৰদৰ্শনতো নৃত্য প্ৰদৰ্শন কৰি আহিছে। তেওঁৰ নৃত্য প্ৰতিভাৰ কথা ইতিমধ্যে অসমৰ বিভিন্ন কাকত-আলোচনীত প্ৰকাশ পাইছে। বোকাৰ মাজত পদুম ফুলস্বৰূপ তৃষ্ণা কুৰ্মী চাহ জনজাতি সমাজৰ এগৰাকী প্ৰতিভা সম্পন্ন নৃত্য শিল্পী।

এইদৰেই অসমীয়া সংস্কৃতিৰ মাজত চাহ জনজাতি সমাজখন সোমাই পৰিছে। অসমীয়া সংস্কৃতিসকলো ফালৰ পৰাই আয়ত্ব কৰিছে। অসমীয়া সংস্কৃতিক নিজৰ আপোন সংস্কৃতি বুলি গণ্য কৰিছে। অসমীয়া সংস্কৃতিৰ লগত বাগানীয়া সংস্কৃতিৰ সমন্বয় ঘটিছে, এই সমন্বয়ে অসমীয়া সংস্কৃতিৰ পথাৰখন আৰু বহল কৰি তুলিছে।

# স্বাধীনতা সংগ্ৰামত চাহ জনজাতিৰ অৱদান

ভাৰতৰ স্বাধীনতা আন্দোলনত অসমৰ চাহ জনজাতিৰ সকলে কেনেদৰে অংশ গ্ৰহণ কৰিছিল বা এই ক্ষেত্ৰত তেওঁলোকৰ অৱদান কিমান এই বিষয়ে সবিশেষ জনাৰ কোনো উপায় নাই। ইতিহাস এই বিষয়ত নিমাত। কোনো বুৰঞ্জী লেখকে ভুলতো ক'তো চাহ জনজাতিৰ কথা তেওঁলোকৰ কলমৰ আগেদি প্ৰকাশ কৰা নাই। স্বাধীনতা আন্দোলনত তেওঁলোকে অংশ গ্ৰহণ কৰা নাছিল। চাহ-জনজাতি সকলে আন্দোলনৰ কামত কেনেদৰে লাগিছিল আৰু কিদৰে হাৰাশাস্তি ভূগব লগা হৈছিল সেই কথা বুঢ়া-মেথা সকলে আজিও সোঁৱৰে। কিন্তু, দুখৰ বিষয়ে যে ৫০ লাখ জনগোষ্ঠীৰে সম্বলিত শোষিত, নিষ্পেষিত, অৱহেলিত পিছপৰা দৰিয়াদিলৰ চাহজনজাতি সমাজখনৰ পৰা আজিলৈকে এজনকো ৰাজনৈতিক পেঞ্চন দিয়াৰ কথা বা তাম্ৰপত্ৰৰ কথা চিন্তা কৰাৰ প্ৰয়োজনবোধ কৰা নহ'ল। শোণিতপুৰ জিলাৰ চতিয়া থানাৰ অন্তৰ্গত চাহ-জনজাতি অধ্যুষিত অঞ্চল সাপেখাটীত ° মণিৰাম কমাৰ নামৰ এজন বৰ সৰবৰহী লোক আছিল। তেওঁ সেই অঞ্চলৰ সকলোবোৰ সামাজিক অনুষ্ঠানৰ লগত জড়িত আছিল। সমাজসেৱক ° কমাৰে সামাজিক কামত যিদৰে অন্তঃকৰণেৰে লাগিছিল, ঠিক সেইদৰে স্বাধীনতা আন্দোলনৰ কামতো মনঃ পুতি লগাৰ কথা জনা যায়। ° কমাৰে চাহ-জনজাতি যুৱক সকলক লৈ স্বেচ্ছাসেৱী বাহিনী গঠন কৰি সক্ৰিয় ভাবে আন্দোলনত জপিয়াই পৰিছিল। ৰাতি ৰাতি চাহ বাগিছাত মিটিং কৰি চাহাবৰ ভয়ত হাবি-বনত লুকাই ফুৰিব লগা হৈছিল। আন্দোলনত যোগ দিয়া বাবে চাহ-জনজাতিসকলক এফালে খেদি ফুৰিছিল পুলিচ-মিলিটাৰীয়ে আৰু আনফালে খেদি ফুৰিছিল চাহ-বাগিচাৰ বগা চাহাববোৰে। এই সকলোবোৰ বাধা-বিঘিনি ঘৰৰ বাহিৰে-ভিতৰে থকা স্বত্বেওঁ ° মণিৰাম কমাৰৰ দৰে হাজাৰ হাজাৰ মণিৰামে আন্দোলনত জপিয়াই পৰি পুলিচ-মিলিটাৰী-বগাচাহাবৰ লাঠীৰে কোব-জোতাৰ গোৰ আৰু চৰটো-ভুকুটো খাব লগা হৈছিল, তাৰ সীমা-সংখ্যা নাই। বহুতে জেলৰ ভাত খাব লগা হৈছিল। মণিৰাম কমাৰে মুঠ তিনিবাৰ জে'ল খাটিছিল। সেই অঞ্চলৰে আন এগৰাকী সমাজসেৱী ° জয়ৰাম মাহাতো আন্দোলনৰ



কামত লগা বাবে জীয়াতু ভূগিব লগা হৈছিল। বিশ্বনাথ কলেজৰ অধ্যাপক সাহিত্যিক শ্ৰীফটিক হাজৰিকাৰ পৰা জনামতে চতিয়াত ° গুৰুচৰণ কুৰ্মী নামৰ এজন লোক আছিল। আন্দোলনৰ কামক উঠি-পৰি লাগি সেই অঞ্চলৰ চাহ-জনজাতি সকলক আন্দোলনৰ মাজলৈ টানি আনিছিল। ° কুৰ্মীৰ নেতৃত্বত চাহ-জনজাতিৰ প্ৰায় সকলো মানুহ আন্দোলনৰ ক্ষেত্ৰলৈ ওলাই আহিছিল। জনপ্ৰিয় ° কুৰ্মীক শেষ কৰি বাকীবোৰ চাহ জনজাতিৰ ছেদেলী-ভেদেলী কৰি দিয়া লক্ষ্য আগত ৰাখি ° কুৰ্মীক এদিন নিঃ শেষ কৰি দিয়া হ'ল। আন্দোলনৰ কামত আন্তৰিকতাৰে লাগি চাহ-জনজাতি সকলক আন্দোলনমুখী হিচাপে গঢ়ি তোলা বাবে শোণিতপুৰ জিলাৰ হেলেম চাহ বাগিছাৰ দুজন শ্ৰমিকক সশ্ৰম কাৰাদণ্ড বিহা হৈছিল। হেলেমৰ পৰা তেজপুৰলৈ ৮০ কিঃ মিঃ দূৰ। ৰাস্তা-পদুলি গাড়ী-ঘোড়া থকা স্বত্বেও এই ৮০ কিঃ মিঃ ৰাস্তা কেৱল খোজ কঢ়োৱাই হেলেমৰ পৰা তেজপুৰ কাৰাগাৰলৈ নিছিল। ভাগৰত খোজ কাঢ়িব নোৱাৰা তিনিদিন ধৰি একো খাবলৈ নিদিয়া শ্ৰমিক নেতা দুজনৰ গাত লাঠীৰ কোব বহুৱাইছিল। খোজ কাঢ়িব নোৱাৰাত অৱস হৈ পৰি যোৱাত আধাৰাস্তা সিহঁতক চোঁচৰাই নিয়াত এজনৰ গাৰ চাল বাকলি বৰ বেয়া ধৰণে এৰাই গৈছিল। জে'ললৈ নিওঁতে ৰাস্তাতেই যেতিয়া ইমান অত্যাচাৰ কৰিছিল জে'লৰ ভিতৰত যে কিমান অত্যাচাৰ কৰিছিল ভাবিব নোৱাৰি।

১৯২২ চনত পণ্ডিত ° মদন মোহন মালব্য আন্দোলনৰ কামত অসমলৈ আহোঁতে উজনি অসমৰ চাহ বাগিচাৰ বগা চাহাববোৰে তেওঁৰ অহাটো বন্ধ কৰিবলৈ উঠি পৰি লাগিছিল আৰু তেওঁৰ দৰে 'বিদ্ৰোহী' এজন অসমলৈ আহিব ওলোৱাটোত তেওঁলোক সুখী নহয় বুলি সভা-পাতি প্ৰস্তাৱ গ্ৰহণ কৰিছিল। আন হাতেদি মালব্য অসমলৈ অহাটোত চাহ জনজাতি সকলে স্বাগত জনাইছিল। ফলত, শ্ৰমিক আৰু চাহাবৰ মাজত শীতল-যুদ্ধৰ সৃষ্টি হৈছিল। চাহাব সকলে মালব্য অহাটো বন্ধ কৰিব খোজাত শিৱসাগৰ জিলাৰ চাহ-বাগিচাৰ শ্ৰমিক সংগঠনে তাৰ তীব্ৰ বিৰোধিতা কৰাত সংগঠনৰ মুৰব্বী শ্ৰমিক নেতা ° অৰ্জুন ঘাটোৱাৰক গ্ৰেপ্তাৰ কৰি বিনাবিচাৰে ছমাহ সশ্ৰম কাৰাদণ্ড দিয়া হৈছিল। ঠন ধৰি উঠা শ্ৰমিক সংগঠনৰ সংগঠকসকলৰ ওপৰত নানাভাৱে অত্যাচাৰ চলোৱা হৈছিল। সংগঠনবোৰ শেষ কৰি দি আন্দোলনৰ পৰা শ্ৰমিক সকলক আঁতৰাই ৰখাৰ চেষ্টা কৰিছিল।

স্বাধীনতা সংগ্ৰামী নেতা কিছুমানৰ লিখনিৰ মাজত বিচাৰি পোৱা তথ্যপাতিৰ

পৰা প্ৰমাণ কৰিব পাৰি যে চাহ-বাগিছাৰ চাৰিসীমাৰ মাজত আবদ্ধ থাকিও বগা চাহাবৰ ৰঙা চকুলৈ ভয় নকৰি য'ত জনজাতিসকলে স্বাধীনতা আন্দোলনত অংশগ্ৰহণ কৰিছিল। গান্ধীবাদী নেতালোক নায়ক ˚ অমিয় কুমাৰ দাসৰ 'স্বাধীনতা সংগ্ৰামত অসমৰ ভূমিকা' নামৰ প্ৰবন্ধ এটিৰ পৰা জনা যায় যে ১৯২১ চনত মহাত্মাগান্ধী অসমলৈ আহোঁতে অসমবাসীয়ে নতুন প্ৰেৰণা পাই নতুন উদ্যমেৰে বিলাতী বস্ত্ৰ বৰ্জন কৰে। কংগ্ৰেছ ৱৰ্কিং কমিটিয়ে বিদেশী চৰকাৰৰ চাকৰি এৰি দিবলৈ আহ্বান জনায়। কানি বৰ্জন কৰে। কংগ্ৰেছ ৱৰ্কিং কমিটিয়ে বিদেশী চৰকাৰৰ চাকৰি এৰি দিবলৈ আহ্বান জনায়। কানি বৰ্জন আন্দোলনৰ সময়ত পিকেটিং, কাৰাবৰণ, দমননীতিৰ অভিজ্ঞতা পাই থকা অসমে অসহযোগ আন্দোলনৰ বেলিকা বুকু ডাঠ কৰি থিয় হোৱাত চাহ-শ্ৰমিকৰ মাজত এক জাগৰণৰ সৃষ্টি হয়। তেওঁলোকেও মাজে-সময়ে বগা চাহাবৰ কঢ়া হুকুম নামানি অসহযোগৰ দৃষ্টান্ত দেখুৱাব ধৰিলে। ফলত চাহ বাগিচাৰ মালিক-চাহাব চমক খাই উঠে। চৰকাৰে চাহ-বাগিচাৰ কিছুমান চাহাবক ভাবিব নোৱাৰা ক্ষমতা প্ৰদান কৰিছিল। ক্ষমতা পাই চাহাবেই ইচ্ছানুসৰি শ্ৰমিকৰ ঘৰ খানা তালাচ কৰিব পৰা হ'ল। শ্ৰমিকক গ্ৰেপ্তাৰ কৰি কাৰাগাৰলৈ পঠিয়াব পৰা হ'ল। ঢেকিয়াজুলিৰ পৰা তিনিমাইল পশ্চিমত অৱস্থিত নাৰায়ণপুৰৰ কংগ্ৰেছ অফিচ চাহাবে খানাতালাচ কৰি নথিপত্ৰ, টকা-পইচা যি পালে সকলো লৈ যায়। গোৱালপাৰা থানাৰ অন্তৰ্গত বালিজান অঞ্চলৰ সংগ্ৰামী লোহিতকান্ত হাজৰিকাক চাহাবে গ্ৰেপ্তাৰ কৰি হাতে-ভৰিয়ে বান্ধি বাগানৰ ফেক্টৰীৰ ভিতৰত বন্দী কৰি ৰাখে। এইবোৰ ঘটনাই বগা-চাহাবৰ স্বেচ্ছাচাৰিতাৰ প্ৰমাণ কৰে।

৪২ গণআন্দোলনত দেশৰ অন্যান্য ঠাইৰ দৰে লক্ষীমপুৰতো জোৱাৰ উঠে। উত্তৰ লক্ষীমপুৰতো গণ্ডগোল লাগে। গণ্ডগোলৰ মাত্ৰা বঢ়াত চৰকাৰে উত্তৰ লক্ষীমপুৰত ১৪৪ ধাৰা জাৰি কৰে। শ শ লোকক জে'ললৈ নিয়ে। শাস্তি বিহে। এইবোৰৰ সঠিক তথ্য জে'ল-হাজোতৰ খাতাত কিজানি পোৱা নাযাব। উত্তৰ লক্ষীমপুৰত টুনীৰাম হাজৰিকাই সংগ্ৰহ কৰা এখন তালিকাত পোৱা বিৱৰণ মতে, সেই আন্দোলনত বহুতৰ লগতে ভালেমান চাহ-জনজাতিৰ লোকে জে'ল জৰিমনাৰ সন্মখীন হ'ব লগা হৈছিল। প্ৰাপ্ত তথ্যমতে কংগ্ৰেছ অনুষ্ঠানৰ লগত ওতঃপ্ৰোতঃভাবে জড়িত সংগ্ৰামী শ্ৰমিক নেতা গঙ্গাধৰ কুৰ্মীয়ে ১৯২১ চনত আৰু ১৯৪২ ত দুবাৰ জে'ল খাটিছিল। আজীৱন কংগ্ৰেছ কৰ্মী ˚ মহাচল গড়ে ১৯২১ চনত পঞ্চাছ টকা জৰিমনা ভৰে। আন দুজনৰ কংগ্ৰেছ কৰ্মী একনিষ্ঠ



আন্দোলনকাৰী ˚ শম্ভুৰাম গঁড় আৰু ˚ প্ৰতাপগড়ে দুয়ো এমাহকৈ জে'ল খাটিছিল।

লব্ধ প্ৰতিষ্ঠ সাহিত্যিক ৰাজনীতিক ˚ হেম বৰুৱাই লিখা 'বিয়াল্লিছৰ গণবিপ্লৱত অসম' নামৰ প্ৰবন্ধত উল্লেখ কৰা মতে তেজপুৰ চহৰৰ পৰা ৪২ কিঃ মিঃ পশ্চিমে ঢেকিয়াজুলি হ'ল ট্ৰাইবেল আৰু পুৰণি চাহ বাগিচাৰ বনুৱাসকলৰ বসতি প্ৰধান ঠাই। ৪২ চনৰ ২০ চেপ্তেম্বৰৰ দিনা সেই অঞ্চলৰ প্ৰায় দহ হেজাৰমান মানুহ গোট খাই ঢেকিয়াজুলিৰ থানাত জাতীয় পতাকা উত্তোলন কৰিবলৈ গ'ল। জনতাগোট খোৱাৰ আগতেই থানাৰ দাৰোগাই ইয়াৰ সন্ধেদ পায়। ৰাইজৰ ওপৰত পোতক তুলিবলৈ সমৰ বাহিনীৰ চিপাহীও মজুত ৰাখে। ঘটনাক্ৰমে সেই দিনটো আছিল হাটবাৰ। থানাৰ সমুখত হাটৰ মানুহ আৰু মুক্তি ৰণৰ বনুৱাৰে বিৰ দি বাট নোপোৱা হ'ল। গুলি চলাবলৈ আদেশ হ'ল। নিমিষতে গুৰুম্ গুৰুমকৈ কেবাটাও শব্দ হ'ল আৰু আতঙ্কিত জনতাৰ পিছে পিছে খেদি সেনাবাহিনীয়ে গুলি চলাবলৈ ধৰিলে। ক'ৰ মানুহ কলৈ গ'ল কোনে প্ৰাণ এৰিলে তাৰ স্থিৰতা নোহোৱা হ'ল। চৰকাৰী মতে ঘোষিত হ'ল ২০ জন নিহত বুলি। সেই নিহত সকলৰ মাজত আছিল এজনী বাৰ বছৰীয়া ছোৱালী থুলেশ্বৰী আৰু আছিল তিনিগৰাকী তিৰোতা। তাৰে এগৰাকী গৰ্ভৱতী। আহত লোকেৰে ডাক্তৰখানা নধৰা হ'ল। কিন্তু, বগা সেনা নায়ক তিমানতো সি চিকাৰৰ সন্ধানত প্ৰবেশ কৰিলে। আনকি, এজন ৰোগীক কংগ্ৰেছী মানুহ বুলি ভাবি মৰণ-শয্যাৰ ওপৰতে বুকুত পিষ্টল টোৱালে। হাস্পাতালৰ ডাক্তৰজনৰ বাধা নোপোৱা হ'লে তেতিয়াই হয়তো সেই ৰোগীয়ে প্ৰাণ দিব লাগিলহেঁতেন। এনে অত্যাচাৰ উৎপীড়নৰ সমুখত দৃঢ় সংকল্পৰ জনতা অলপো বিচলিত নহৈ নিজ উদ্দেশ্য সাফল্য মণ্ডিত কৰিলে। এজন ডেকাই থানাৰ ওপৰত জাতীয় পতাকা তুলিলেগৈ। অৱশ্যে, জাতীয় পতাকা থানাৰ ওপৰত তোলাৰ লগে লগে সেই বীৰ যুৱকৰ দেহা গুলিৰ আঘাতত ধুলিত বাগৰি পৰিল। সেই ঘটনাৰ বাতৰি তৎক্ষণাত দেশজুৰি বিয়পি পৰিল। ২৯ চেপ্তেম্বৰৰ দিনা তেজপুৰ চহৰত এই অত্যাচাৰ প্ৰতিবাদ কৰিবলৈ চিপাহীৰ দ্বাৰা সংৰক্ষিত হোৱা স্বত্বেও আশে-পাশে থকা গাঁওবিলাকৰ পৰা হেজাৰ হেজাৰ লোক আহি এই সভাত যোগ দিলে। এই প্ৰতিবাদ সভাৰ ওপৰত ততালিকে কৰ্তৃপক্ষই লাঠী চলায় আৰু সেই লাঠীৰ প্ৰহাৰতে শ শ লোক ঘাইল হৈ সভা বহা পথাৰতে পৰি ৰয়।"

এম. ভি. ৰামানা ৰাৱে লিখা 'বিভিন্ন জিলাত হোৱা গুলি চালনা' নামৰ প্ৰবন্ধটিত উল্লেখ কৰা মতে ঢেকিয়াজুলি গণ-আন্দোলনত চাহ জন-জাতিৰ

কেইবাজনো লোক নিহত আৰু ভালেমান লোক আহত হয়। তাৰে ভিতৰতঁ দয়ালু পাণিকা আৰু ঁ ৰাণচৰণ গোৱালাৰ পুলিচৰ গুলিত মৃত্যু হয়।ঁ মংগল কুৰ্মীৰ্য্য মৃতদেহ চাৰিদিনৰ মূৰত থানাৰ পৰা এমাইলমান দূৰত পোৱা হয়।

গোলাঘাটাৰ উখা-চাহ-বাগিচাৰ মেনেজাৰ এদিন গোলাঘাট থানাত এজাহাৰ দিলে যে বাগিচাৰ ওচৰৰ হাবিত শ্ৰমিক এজনৰ মৃতদেহ পৰি আছে। মৰণোত্তৰ পৰীক্ষাৰ পৰা গ'ম পোৱা গ'ল যে মানুহজনৰ মৃত্যু স্বাভাৱিক ভাবে হোৱা নাই। তাক মাৰি পোলোৱাহে হৈছে। মাৰত কামিহাড় ভাগিছে আৰু মূৰৰ খোলা ফাটিছে। চিনাক্ত কৰণত মৃতকৰ নাম 'তেহলু' বুলি জনা গ'ল। ঘটনাৰ পম খেদি দোষীক বিচাৰি পোৱা গ'ল। দোষী আন কোনো নহয় স্বয়ং বাগানৰ মেনেজাৰ চাহাব। চাহাবক গ্ৰেপ্তাৰ কৰা হ'ল। যোৰহাট আদালতে মেনেজাৰক খালাচ দিয়াত হুলস্থুলৰ সৃষ্টি হ'ল। শ্ৰমিক জনতাৰ প্ৰবল হেঁচাত উপায় নেপাই অসমৰ গভৰ্ণৰ চাৰ ল'ৰি হেমণ্ডৰ চৰকাৰে চেচন আদালতৰ ৰায়ৰ বিৰুদ্ধে কলিকতা হাইকোৰ্টত পুনৰ বিচাৰৰ বাবে আপীল কৰিল। বিচাৰত হাইকোৰ্টে চাহাবক দোষী সাব্যস্ত কৰি তিনিমাহৰ সশ্ৰম কাৰাদণ্ড আৰু দুশ টকাৰ জৰিমনা কৰিলে। জৰিমনাৰ টকাখিনি তেহলপুৰ উত্তৰাধিকাৰীক দিবলৈ নিৰ্দেশ দিয়া হয়। তেহলুৰ এই মৰ্মান্তিক ঘটনাই প্ৰমাণ কৰে যে স্বাধীনতা আন্দোলনত দেশৰ হ'কৈ খাটিবলৈ গৈ চাহবাগিচাৰ মাজত চাহ জনজাতিয়ে বগা চাহাবৰ হাতত প্ৰাণ বিসৰ্জনদিব লগা হৈছিল। 'দুকুৰি বছৰৰ আগৰ কাহিনী' নামৰ প্ৰবন্ধ এটিত অমিয় কুমাৰ দাসে পৰিস্কাৰ ভাবে এই কথা লিখি থৈ গৈছে। পদ্ম নাথ বৰঠাকুৰে 'স্বাধীনতা ৰণৰ সংস্পৰ্শত' লিখা লিখনিৰ পৰা গ'ম পোৱা যায় যে আন্দোলনৰ সময়ত চাহ-বাগিচাবোৰত সোমোৱাটোৱেই সমস্যা। কোনোৱা কংগ্ৰেছীলোকক বাগিচাৰ কোনোৱা শ্ৰমিক বাবুৰ ঘৰলৈ যোৱা দেখিলেই সেই শ্ৰমিক বাবুৰ ঘৰলৈ যোৱা দেখিলেই সেই শ্ৰমিক বাবুজনক চাকৰি পৰা খেদি পঠোৱা হৈছিল। তাত কাৰো প্ৰতিবাদ নাখাটিছিল। এনে পৰিস্থিতিৰ মাজতো চাহ-জনজাতিসকলে আন্দোলনত জপিয়াই পৰিছিল। কঠোৰ শালন-শোষণ-শাস্তিৰ ভয় আওকান কৰি মহখুটি চাহ-বাগিচাৰ শ্ৰমিকসকলে ইংৰাজশাসনৰ বিৰুদ্ধে থিয় হ'বলৈ মনস্থ কৰি ধৰ্মঘট কৰিবলৈ সকলো প্ৰকাৰে সাজু হৈছিল। পৰিণাম তাৰ বেয়া হ'ব পাৰে বুলি আশংকা কৰি কংগ্ৰেছ কৰ্মীসকলে শ্ৰমিকসকলক বুজাই পৰাই ধৰ্মঘট কৰাৰ পৰা বিৰত ৰাখিব লগা হৈছিল। আসাম টি কোম্পানীৰ চণ্টক চাহ-বাগিচাৰ চাহ-শ্ৰমিকসকলে ইংৰাজশাসনৰ বিৰুদ্ধে চলা গণ-আন্দোলনৰ প্ৰতি সমৰ্থন জনাই



ধৰ্মঘট কৰাৰ ফল স্বৰূপে তাৰ শ্ৰমিকসকলক কঠোৰ শাস্তি বিহা হৈছিল। ষাঠিজনক সশ্ৰম কাৰাদণ্ড দিছিল। বহুতে অনাহাৰত দিন কটাব লগা হৈছিল। জাতিৰ পিতা মহাত্মা গান্ধী ১৯২১ চনত অসমলৈ আহোঁতে ডিব্ৰুগড়ত পতা ৰাজহুৱা সভাত কোনো চাহ শ্ৰমিক যাতে যোগদান নকৰে তাক বাৰে বাৰে বগা চাহাবে সকিয়াই দিয়া স্বত্বেও সেই সকিয়নিলৈ কেৰেপ নকৰি হাজাৰ হাজাৰ শ্ৰমিক যোগদান কৰি যি মনোবল প্ৰকাশ কৰিছিল তাত গান্ধীজী অভিভূত হৈ পৰিছিল। গান্ধীজীৰ আগমনত তেজপুৰত পতা ৰাজহুৱা সভাতো চাহ-জনজাতিসকলে দলে বলে যোগদান কৰিছিল।

দীপ্তি শৰ্মাই 'ভাৰতৰ স্বাধীনতা সংগ্ৰামঃ অসমৰ মহিলা ছহিদ' নাম প্ৰবন্ধ এটিৰ যোগেদি জনাৰ সুবিধা দিছে যে বৃটিছ কোম্পানি বিলাকৰ আধিপত্যত থকা চাহ-বাগিচাবোৰত মদৰ একোখন ভাল বজাৰ আছিল। কংগ্ৰেছ স্বেচ্ছাসেৱকসকলে বাগিচাত সোমাই কংগ্ৰেছৰ কাম কৰাটো একৰকম অসম্ভৱেই আছিল। কংগ্ৰেছ স্বেচ্ছাসেৱকসকলে বাগিচাত সোমাই কংগ্ৰেছৰ কাম কৰাটো একৰকম অসম্ভৱেই আছিল। তথাপি কিছুমান চাহ-বাগিচাত তেওঁলোকে অতিকষ্টেৰে প্ৰবেশ কৰিবলৈ সক্ষম হৈছিল আৰু অসহযোগ, মদবৰ্জন আদিৰ অভিযান চলাইছিল। কংগ্ৰেছৰ বাবে 'তিলক স্বৰাজ পুজিলৈ' অৰ্থ-সংগ্ৰহ কৰাটোও আন্দোলনৰ কাৰ্যসূচীৰ অন্তৰ্গত। চাহ-বাগিচাৰ বনুৱাৰ মাজতো 'গান্ধীবাবা'ৰ প্ৰতি ভক্তিৰভাব ইতিমধ্যে পৰিলক্ষিত হৈছিল। বাগিচাবোৰৰ আশে-পাশে বহাহাটবোৰলৈ বনুৱা-পুৰুষ মহিলাসকল আহিছিল, আৰু তাতেই কংগ্ৰেছ স্বেচ্ছাসেৱীকসকলৰ হাতত তেওঁলোকে 'গান্ধী বাব'ৰ নামত দান-বৰঙণি আগবঢ়াইছিল। কোনো কোনো বাগিচাৰ বৃটিছ চাহাবৰ ৰক্ষিতা বনুৱা তিৰোতাকো এই বিষয়ত বিশেষভাৱে উৎসাহী দেখা গৈছিল। বাগানৰ বনুৱাৰ মাজত মদ নিবাৰণী অভিযানৰ নিচিনা এটা দুঃসাহসিক কাৰ্যতো কংগ্ৰেছ স্বেচ্ছাসেৱীসকলক তেজপুৰৰ ওচৰৰ লালমাটি বাগানৰ বনুৱা তিৰোতা মুংৰীয়ে সহায় কৰি অৱশেষত চৰকাৰী সমৰ্থকৰ হাতত প্ৰাণ হেৰুৱাব লগা হৈছিল। ১৯২১ চনৰ ২ এপ্ৰিল দিনা পিকেটিং কৰি থকা কংগ্ৰেছ স্বেচ্ছাসেৱকসকলক লগ পোৱাৰ আগলৈকে মুংৰী ওৰফে মালতীমেনে নিজেও অতিপাত সুৰাপান কৰিছিল। কিন্তু তেওঁলোকক লগ পোৱাৰ পাছতে মুংৰীৰ সম্পূৰ্ণ পৰিবৰ্তন হ'ল আৰু নিজেও মদ নিবাৰণী অভিযান আৰু কংগ্ৰেছৰ সাংগঠনিক কামত অংশ গ্ৰহণ কৰিবলৈ আৰম্ভ কৰিলে। কিন্তু, কংগ্ৰেছৰ মদ নিবাৰণী আৰু অসহযোগ আন্দোলনত সহযোগিতা কৰা কাৰণেই কেইদিনমানৰ

ভিতৰতে চৰকাৰ সমৰ্থনকাৰীৰ হাতত মালতীমেনৰ মৃত্যু হয়। এই গৰাকী সাহসী মহিলাৰ বিষয়ে কিন্তু ভাৰতততহে নালাগে অসমত, আনকি চাহ-বাগানৰ মাজতো আজিলৈকে কোনেও নাজানে। কেও কিছু নোহোৱা মুংৰী সকলোৰে স্মৃতিপটৰ পৰা আঁতৰি গ'ল, কিন্তু সেই সময়ৰ কংগ্ৰেছ স্বেচ্ছাসেৱক হিচাপে বাগানে-বাগানে কাম কৰা স্বৰ্গীয় অমিয় কুমাৰ দাসৰ ডায়েৰীত মুংৰীয়ে স্থান পালে আৰু সেয়ে আজি মুংৰীৰ বিষয়ে জানিবলৈ সক্ষম হৈছোঁ।

১৯২১ চনৰ অসহযোগ আন্দোনলত অংশগ্ৰহণ কৰি মৃত্যুক সাৱটি লোৱা মুংৰী ভাৰতৰ স্বাধীনতা আন্দোলনৰ বাবে ছহিদ হোৱা অসমৰ প্ৰথম মহিলা। কিন্তু, বৰ দুখৰ বিষয় যে অসম চৰকাৰে ১৯৭৯ চনত প্ৰকাশ কৰা 'মুক্তি' যুজাৰু অনুসন্ধান সমিতিৰ প্ৰতিবেদনত সংযোজিত ছহিদ তালিকাত প্ৰথম ছহিদ হৈয়ো মুংৰীয়ে স্থান নাপালে। আজিলৈকে মুংৰীক চৰকাৰীভাবে ছহিদৰ সন্মানেৰে সন্মানিত কৰা নহ'ল। ১৮৫৭ চনৰ পৰা ১৯৪৭ চনলৈ ছহিদ হোৱাসকলৰ নাম-ধাম বিৱৰণত থুলমুল পৰিচয় উপস্থাপিত কৰি ভাৰত চৰকাৰৰ শিক্ষা আৰু যুৱসেৱা বিভাগে ১৯৬৯ চনত প্ৰকাশ Who's who of Indian Martyr's তো মুংৰীক আঁতৰাই ৰখা হ'ল।

১৯৮৪ চনত National Archives of India ই প্ৰকাশ কৰা Women in Indias Freedom Struggle' নামৰ প্ৰকাৰ পুস্তিকাখনৰ পৰাও। অকল মুংৰীৰে নহয়, অসমৰ কোনো মহিলা ছহিদৰ নামে তাত স্থান নাপালে।



# বাগানীয়া ভাষাৰ বিষয়ে যৎকিঞ্চিত

কিছুদিনৰ আগতে চাহ-জনজাতিৰ সমাজৰ সভা এখনলৈ গৈছিলোঁ। তাত অসমৰ বিভিন্ন ঠাইৰ মানুহে আহি গোট খাইছিল। চাহ জনজাতিৰ আনবোৰ সভা আৰু এইখন সভাৰ মাজত এটা ব্যতিক্ৰম দেখা পালোঁ। আনবোৰত সভা অসমীয়া ভাষাৰে চলে, বক্তাসকলেও অসমীয়া ভাষাৰে বক্তৃতা দিয়ে। দুই একে অৱশ্যে বাগানীয়া ভাষাৰেও বক্তৃতা দিয়ে তেনে বক্তৃতা আমি বিভিন্ন ঠাইত বিভিন্ন সভাত শুনিছোঁ। শুনি কথাবোৰ বুজিও পাইছোঁ। এইখন সভাত আকৌ সভাৰ কাম অসমীয়া ভাষাৰে চলিলেও বক্তাসকলৰ প্ৰতিজনেই কিন্তু বাগানীয়া ভাষাৰেই বক্তৃতা দিলে। বাগানীয়া ভাষাত দিয়া বক্তৃতাৰ কথাবোৰ বুজি পোৱাত আমাৰ কোনো অসুবিধা হোৱা নাই। কাৰণ আমি বাগানীয়া মানুহ। জন্মৰে পৰা বাগনীয়াৰ ভাষাৰ লগত চিনাকি হৈছোঁ। জোনাক নিশা গৰম কালি. চোতালত ঢাৰিত বহি গাঁয়ৰে বাগাল মংলু, আশু দাদা আৰু ভেটিবাদীৰ নানী (আইতা)ৰ পৰা বাগানীয়া ভাষাৰ বহুত কাহিনী শুনিলোঁ। সৰুতে শুনা সেই কাহিনীবোৰৰ কথা আজিও কিছু মনত আছে। দুই এটা ভাংগান কাহিনীও মনত আছে। যেনে (১) এক শ-চুপাৰী। গানতে জালে বেপাৰী। (২) ৰাজাৰ লাঠী ঘন ঘন জেঠী, ইত্যাদি।

সিদিনা লগানীয়া ভাষাত লিখা গহনী কিতাপ এখন পঢ়িলোঁ। কিতাপখন চাহ-জনজাতিৰ সমাজৰ এগৰাকী প্ৰতিষ্ঠিত লেখকে-লিখিছে সভা এখনলৈ যাওঁতে লেখকৰ পত্নীয়ে কিতাপখন উপহাৰ দিছিল। পঢ়িলোঁ পঢ়ি কিছু বুজি পাইছোঁ, কিছু বুজি পোৱা নাই। বুজা নুবুজাৰ দোমোজাত পঢ়া হ'ল কিতাপখন। আমি ঘৰত কোৱা কথা-বতৰা, বাগানৰ লাইনত কোৱা কথা-বতৰা, বাগানৰ লাইনত কোৱা কথা-বতৰা সৰুতে আইতাৰ মুখৰ পৰা শুনা কথা-বতৰা ভাষাৰ লগত মিল নাপালোঁ। আমি সেই বুলি বাগানীয়া ভাষাৰ ক্ষেত্ৰত লেখকৰ ভুল হৈছে বুলি ক'ব খোজা নাই। প্ৰত্যেকৰে ভাৱধাৰা বেলেগ বেলেগ। আমি আমাৰ ভাৱধাৰাৰে কথআবোৰ বুজিছো। তেখেতে তেখেতৰ ভাৱধাৰাৰে কথাবোৰ লিখিছে। কাৰোবাৰ মনত খাপ খাইছে, কাৰোৱাৰ মনত খাপ খোৱা নাই। খাপ

খোৱা আৰু খাপ নোখোৱাৰ মাজত সংঘাতৰ সৃষ্টি হয়। লেখকৰ মাজত কলমৰ যুঁজ চলে। অলপতে তেনে এখন যুঁজ চলিল চাহ জনজাতি সাহিত্য আকাশৰ দুগৰাকী নামজ্বলা সাহিত্যিকৰ মাজত। দুয়োগৰাকী প্ৰতিষ্ঠিত লেখক আৰু উচ্চ শিক্ষাৰ শিক্ষিত ব্যক্তি। দুয়ো অধ্যয়নপুষ্ট। এগৰাকী হ'ল, সু-সাহিত্যিক গণেশ চন্দ্ৰ কুৰ্মি আৰু আনগৰাকী হ'ল সু-সহিত্যিক ডিম্বেশ্বৰ তাছা। চাহ জনজাতি সমাজত দুয়োগৰাকী ব্যক্তিৰ নাম আছে, সাহিত্য জগতত বিশেষ স্থান অধিকাৰ কৰিছে। অসমৰ বিভিন্ন আলোচনী, বাতৰি কাকতত দুয়োৰে গধুৰ প্ৰবন্ধ পাতি ওলাই থাকে। গ্ৰন্থ, পুথিও দুয়োৰে প্ৰকাশ পাইছে। যুঁজখন চলিল দুয়োৰে মাজত বাগানীয়া ভাষাৰ ওপৰত। এজনৰ মতে বাগানীয়া ভাষা এনেকুৱাহে আৰু আনজনৰ মতে এনেকুৱা নহয় তেনেকুৱাহে। এই লৈ দুয়োৰে মাজত তয়া ময়া ৰণ চলিল। গুৱাহাটীৰ পৰা প্ৰকাশিত জননীখন হ'ল ৰণৰ থলী। এই ৰণৰ বতৰতে শ্ৰীতাছাই ফোন কৰি আমাক এই ৰণৰ কথা জনালে আৰু বাগানীয়া ভাষা আচলতে কোনটো সেই বিষয়ে সুধিলে। আমাৰ নিচিনা মানুহৰ ভাষাৰ ওপৰত মন্তব্য দিয়াৰ অধিকাৰ নাই। ইয়াত আনৰ কথা কোৱা নাই, নিজৰ কথাহে কৈছো। আমি ভাষাবিদ নহওঁ। ভাষাৰ ওপৰত আমাৰ জ্ঞান সীমিত। সেই সীমিত জ্ঞানেৰে শ্ৰীতাছাকো সিদিনা উত্তৰ দিলো যে 'বাগানত যি ভাষা সাধাৰণতে চলি আছে, সাৰ্বজনীন ৰূপত আপুনি মই সকলোৱে যি ভাষা কওঁ আৰু বুজো সেয়ে বাগানীয়া ভাষা।" বাগানীয়া ভাষা বুলিলে আমি তাকে জানো। তাৰ কেইদিনমানৰ পাছত অসম চাহজনজাতি সাহিত্য সংস্কৃতি পৰিষদৰ প্ৰতিষ্ঠাপক উপ-সভাপতি অসম সাহিত্য সভাৰ কাৰ্যনিৰ্বাহক সদস্য, গৱেষণাধৰ্মী ভালেমান গ্ৰন্থৰ প্ৰণেতা, চাহ জনজাতি সমাজৰ প্ৰথম লিমাৰিক লেখক, কথা সাহিত্যিক প্ৰয়াত দেউৰাম তাছাৰ সু-পুত্ৰ নবীন লেখক কামাখ্যা প্ৰসাদ তাছাই ফোন কৰিলে বিশ্বনাথ চাৰিআলিৰ পৰা। বহুবোৰ কথাৰ মাজত বিতৰ্ক চলি থকা বাগানীয়া ভাষাৰ কথা সুধিলে। মই ক'লো "তুমি এতিয়া ফোনত মোৰ লগত কি ? বাগানীয়া ভাষা এইটোৱেই।" মনতে ভাব হয়,— আমি যদি নিজৰ ভাষাটোকে চিনি নাপাওঁ, তেন্তে ইয়াতকৈ লাজৰ বিষয় কি হ'ব পাৰে। তেনেতে এদিন বাগানীয়া ভাষাৰ ওপৰত লিখা আঁৰকাঠীয়া মুণ্ডাৰ লিখনি দৈনিক জনমভূমিত পঢ়িবলৈ পালোঁ। শ্ৰীমুণ্ডাই নিৰপেক্ষভাৱে কোৱা কথাৰ মূল্য আছে। দৰং কলেজৰ অসমীয়া বিভাগৰ অধ্যাপিকা ডঃ জ্যোৎস্না বেজবৰুৱাই কথা প্ৰসংগত বাগানীয়া ভাষাৰ কথা উলিয়ালে। ডঃ বেজবৰুৱাই চাহ বাগিচাৰ বিষয় বস্তুৰ ওপৰত গৱেষণা কৰিছিল।



গৱেষণা কালত অসমৰ বিভিন্ন চাহ বাগিচাৰ মাজলৈ গৈছিল। বাগানৰ মানুহ লগ পাইছিল। বাগানীয়া ভাষাৰ কথা বতৰা শুনিছিল। আনহাতে সৰুৰে পৰাই বাগানত ডাঙৰ-দীঘল হোৱা বাবে ডঃ বেজবৰুৱা বাগানীয়া ভাষাৰ লগত ভালদৰেই চিনাকি। তেৱোঁ বাগানীয়া মানুহে সচৰাচৰ সাৰ্বজনীনভাৱে কোৱা ভাষাটোকে বাগানীয়া ভাষা বুলি অনুভৱ কৰাৰ কথা ক'লে। চাকৰি জীৱন চাহ গছৰ মাজত অতিবাহিত কৰা ভালেমান গ্ৰন্থৰ ৰচক সু-সাহিত্যিক ভুৱন চন্দ্ৰ গগৈয়ে চাহ বাগিচাৰ পটভূমিত লিখা "ৰংতুলি বাগিচাৰ লতিকা গগৈ" উপন্যাসখনত মাজে মাজে দিয়া বাগানীয়া ভাষাৰ কথাবোৰ বুজি পোৱাত কোনো অসুবিধা নহয়। সৰল বাগানীয়া ভাষা। সকলোৱে বুজি পোৱা বাগানত চলা বাগানীয়া ভাষা। তাত বিতৰ্কৰ থ'ল নাই। বজা-পৰাৰ মাজত বিতৰ্ক নাথাকে বুজা-পৰাৰ অভাৱ থাকিলে বিতৰ্কৰো স্থল থাকে। অৱশ্যে সমালোচনা লাগে। সমালোচনাই কথাবোৰ পৰিষ্কাৰ কৰে। শুদ্ধ পথৰ সন্ধান দিয়ে। গঠনমূলক সমালোচনা সকলোৰে বাবে আদৰণীয় ধ্বংসমুখী সমালোচনা সকলোৰে বাবে নিন্দনীয়। অসম সাহিত্য সভাৰ প্ৰাক্তন কাৰ্যনিৰ্বাহক সদস্য, শোণিতপুৰ জিলা সাহিত্য সভাৰ প্ৰাক্তন সভাপতি শিক্ষাবিদ, চিন্তাশীল লেখক গুৰুচৰণ কুৰ্মী আৰু অসম সাহিত্য সভাৰ প্ৰাক্তন কাৰ্যনিৰ্বাহক সদস্য অসমৰ চাহ জনজাতি সাহিত্য সংস্কৃতি পৰিষদৰ প্ৰতিষ্ঠাপক প্ৰাক্তন প্ৰধান সম্পাদক সাহিত্যিক পেন্সনাৰ, লব্ধপ্ৰতিষ্ঠ সাহিত্যিক নাৰায়ণ ঘাটোৱাৰেও বাগানীয়া ভাষা সম্পৰ্কত সাৰ্বজনীনবাৱে বাগানীয়াৰ মাজত চলি থকা ভাষাৰ ওপৰতে সহমত প্ৰকাশ কৰে।

আমি জনাত বাগানীয়া ভাষা বাহিৰৰ পৰা অহা এক বিশেষ ভাষা নহয়। বাগানীয়া ভাষাৰ সৃষ্টি হয় সেউজী পাতৰ মাজত, অসমৰ চাৰিসীমাৰ ভিতৰত বাগানীয়া মানুহৰ সংযোগী এক উমৈহতীয়া পাৰস্পৰিক ভাৱ বিনিময়ৰ ভাষা ৰূপত। বিভিন্ন জাতি বিভিন্ন ভাষা-ভাষীৰ সংগম স্থল হ'ল চাহ বাগিচা। এনে স্থলত পৰস্পৰৰ মাজত ভাব বিনিময়ৰ বাবে সকলোৱে বুজি পোৱা এক উমৈহতীয়া ভাষাৰ জন্ম দিলে, যি সংযোগী ভাষা ৰূপে স্বাক্ষৰ বহন কৰিলে আৰু আপোনা আপুনি উমৈহতীয়া ভাষা ৰূপে ৰূপ ল'লে আজিৰ বাগানীয়া ভাষাৰ। বাগানীয়া ভাষাৰ মাজত চাদানী খৰটা অসমীয়া, বঙালী, হিন্দী আদি বহু ভাষাৰ প্ৰভাৱ পৰিছে। বাগানীয়া ভাষাত আজি বহুতে গল্প কবিতা লিখিছে, গীত মাত ৰচনা কৰিছে, নাটক চিনেমা ছিৰিয়েল কৰিছে ইত্যাদি, ইত্যাদি।

# চাহ জনজাতিৰ ভৱিষ্যত

অতীত বৰ্তমান আৰু ভৱিষ্যৎ। এই তিনিটাৰ ভিতৰত অতীত আৰু বৰ্তমান কথা কোৱা সহজ। ভৱিষ্যতৰ বিষয়ে কোৱা টান। অতীজতে কি হৈ গ'ল বা বৰ্তমানে কি হৈ আছে এই বিষয়ে এটা সমাজ বা জাতিৰ সম্যক চিত্ৰ দাঙি ধৰিব পৰা যায়। কিন্তু ভৱিষ্যতৰ সম্যক চিত্ৰ দাঙি ধৰা কঠিন। তাৰ মাজতে অতীত বৰ্তমানৰ কাৰ্যাৱলী ওপৰত নিৰ্ভৰ কৰি জাতি বা সমাজ এখনৰ ভৱিষ্যতৰ গতি পথ কিছু পৰিমাণে ঠাৱৰ কৰিব পাৰি। সমাজ এখনৰ ভৱিষ্যৎ গতি পথ কিছু পৰিমাণে ঠাৱৰ কৰিব পাৰি। সমাজ এখনৰ ভৱিষ্যৎ অতীত বৰ্তমানৰ ওপৰত নিৰ্ভৰ কৰি জাতি বা সমাজ এখনৰ ভৱিষ্যৎ গতি পথ কিছুপৰিমাণে ঠাৱৰ কৰিব পাৰি। সমাজ এখনৰ ভৱিষ্যৎ অতীত বৰ্তমানৰ ওপৰত বাৰুকৈয়ে নিৰ্ভৰ কৰে সমাজখনৰ ভৱিষ্যৎ। চাহ জনজাতিৰ সমাজখনৰ ভৱিষ্যতৰ কথা নিৰূপণ কৰিবলৈ যোৱাৰ আগতে সমাজখনৰ অতীত ৰোমন্থনৰে বৰ্তমানৰ গতিধাৰাৰ কথাবোৰ চিন্তা কৰি চাব লাগিব।

দালালীৰ ফুচলনীত অসমলৈ অহা চাহ জনজাতিসকল আজিও ফুচলনীৰ পাকঘূৰণীৰ পৰা মুক্ত নহয়। যিয়ে যি ভাৱে ফুচলাব পাৰে সেই ভাৱেই তেওঁলোকক ফুচলাই আছে। অলপ কথাতে তেওঁলোকক ভুলাব পাৰি। ভুঁৱা আশ্বাসৰ দুটামান চলাহী কথা কৈ দুবাটিমান দি দিলেই হ'ল। কাম সিদ্ধি হৈ যায়। প্ৰমাণস্বৰূপে বেছি দূৰলৈ যাব নালাগে,— নিৰ্বাচনৰ বতৰৰ কথা মনত পেলালেই হ'ল। দেশৰ সাধাৰণ নিৰ্বাচনেই হওক বা চাহ মজদুৰ সংঘৰ নিৰ্বাচনেই হওক সকলোতে একে কথা। সাধাৰণ নিৰ্বাচনৰ সময়ত বাতৰি কাকতত চাহ-জনজাতিৰ কথা যিমান ওলায় আন সময়ত তিমান নোলায়। ভোটৰ প্ৰতি লক্ষ্য ৰাখি চাহ জনজাতিৰ শোষণ-তোষণ-নিস্পেষণৰ কথা কৈ দলবোৰে চিঞৰ-বাখৰকৰে। চাহ জনজাতিৰ প্ৰগতি সাধন কৰাৰ আশ্বাস দি লক্ষ্য স্থিৰ কৰাৰ পৰিকল্পনা কৰে। ক্ষণিক উত্তেজনাৰ বশৱৰ্তী হৈ চাহ জনজাতিসকলো তাত ভোল যায়। আশ্বাস আশ্বাসতে থাকি যায়। বিশ্বাসত পৰিণত কেতিয়াও নহয়। পৰিকল্পনা-পৰিকল্পনাতে থাকে। বাস্তৱত পৰিগণিত কেতিয়াও নহয়। নিৰ্বাচনো



শেষ, চাহ জনজাতিৰ কথাও শেষ। নিৰ্বাচনৰ পাছত মংলা-বুধু-চান্দমিনি-লালমিনিহঁতৰ কথা সকলোৱে পাহৰি যায়। মজদুৰ লাইনলৈ আৰু যোৱাৰ কথা কোনেও অনুভৱ নকৰে। এই খেলা আজিৰ নহয়। দেশ স্বাধীন হোৱাৰ পিছৰে পৰা এই খেলা চলি আছে। তেতিয়াৰে পৰা চাহ জনজাতি সকলক ঠগি আছে আৰু সেই অনুপাতে চাহ জনজাতি সকলো ঠগ খাই আছে,— যিদৰে ঠগ খাইছিল অসম আগমণৰ সময়ত। অনুতাপ কৰিলে পাছত ,— 'ফাঁকি দিয়ে আনিল আসাম' বুলি। চেতনা পিছে আজিও নহ'ল। এক চেতনাবিহীন সমাজ। লাখ লাখ লাখ হৈয়ো একো নাপালে, টাঁক-টাঁক-টাঁক কেৱল টাঁকেই বজালে!!

অসমলৈ আহি চাহাব-বাবুৰ হুকুমৰ তলত কাম কৰি হুকুমময় জীৱনৰ পাতনি মেলা চাহ জনজাতিসকল হুকুমবাহী হৈ পৰিল। হুকুম পালে হে কৰ্মচক্ৰ চলে। নহ'লে নচ'লে। তাৰ কাৰণে সময়ৰ গতিত হেৰুৱাই পেলালে স্বকীয়তা, নিজস্বতা। বিকশিত হোৱাত বাধা পালে আপোন ভাৱৰ কৰ্মৰাজি। উদাহৰণস্বৰূপে চাহাবী হুকুমৰ বশৱৰ্তী হৈ চাহাবৰ বাংলাটো পৰিপাটী আটোমটোকাৰীকৈ ৰখা ফাগুৱা—সমৰাইহঁতে নিজৰ ঘৰ দুৱাৰ কেনেদৰে অপৰিপাটী কৰি ৰাখে দেখিলেই পুতৌ লাগে। ভৱাই তোলে মানসিকতাৰ ভিন্ন ৰূপৰ কথা। আচল কথা হ'ল নিজৰ দ্বাৰা নিজে পৰিচালিত হোৱাতকৈ হুকুমৰ দ্বাৰা পৰিচালিত হোৱাতহে অভ্যস্ত। ই এক পৰম্পৰাহীন অভ্যাসত পৰিণত হৈছে। যাক সহজে দূৰ কৰা টান। সমাজ এখনৰ বাবে ই এক ক্ষতিকাৰক অধ্যায়।

জনসংখ্যা অনুপাতে চাহ জনজাতি সমাজত তেনেই ক'ম শিক্ষিতৰ সংখ্যা। যিখিনি ওলাইছে তেওঁলোকৰ ওপৰত সমাজখনৰ গতিপথ নিৰ্ভৰ কৰে। সেই পথ সুগমো হ'ব পাৰে, দুৰ্গমো হ'ব পাৰে। উজ্বলো হ'ব পাৰে, অনুজ্বলো হ'ব পাৰে, দুৰ্গমো হ'ব পাৰে। উজ্বলো হ'ব পাৰে, অনুজ্বলো হ'ব পাৰে। সমাজৰ শিক্ষিত লোকখিনিৰ সাম্প্ৰতিক গতিধাৰাই সমাজখনৰ ভৱিষ্যতৰ গতিধাৰা বহুখিনি নিৰ্ভৰ কৰে। আত্মসমালোচনাই আত্মশুদ্ধি কৰে। আনক সমালোচনাৰ কৰি লাভ নাই। আমাৰ সমাজখনৰ কাৰণে আন কোনেও একো কৰি দিয়া নাই বুলি কৈ লাভ নাই। আনৰ বাবে আন নিস্বাৰ্থ ভাবে কেতিয়াও নকৰে। স্বাৰ্থৰ কথা চিন্তা কৰিহে কামবোৰ বহু সময়ত কৰা হয়। সমাজখনে আমাক কি দিছে বুলি ভবাৰ আগতে সমাজখনক আমি কি দিছো বা সমাজখনৰ বাবে আমি কি কৰিছোঁ বুলি ভবাটোহে সমীচিন। লিখা-পঢ়া কৰি চহৰমুখী হোৱাৰ পাছত আমি 'বড়লাইন', 'ছোটলাইন'ৰ কথা পাহৰি যাওঁ। পাহৰি যাওঁ সিহঁতৰ দুৰৱস্থাৰ কথাবোৰ। আমি

চহৰৰ বাবু হৈ পৰোঁ। মজদুৰ সমাজৰ লোকে বুৰি লুকুৱাবলৈ চেষ্টা কৰোঁ। নিজৰ বাগানীয়া ভাষা ক'বলৈ লাজ কৰোঁ। ক'লেও আনে শুনিলে নেকি বুলি ভাবি আগে পিছে চাওঁ। আনে শুনি নোপোৱাকৈ কথাবোৰ পাতো। যি নিজৰ সমাজৰ চিনাকি দিবলৈ লাজ পায়, যি নিজৰ ভাষা ক'বলৈ লাজ পায়,— তেনে লোকৰ পৰা সমাজখনে ভৱিষ্যতৰ বাবে কি আশা কৰিব পাৰে? বাগান বন্ধ হ'ল, দুৰ্ভিক্ষই দেখা দিলে, খাবলৈ নাপাই মানুহ মৰিল। কাগজত কথাবোৰ ওলাল। চৰকাৰে ক'লে,— অনাহাৰত মৰা নাই; বনৰীয়া কচু খাইহে মৰিল। আমি জানিও নজনাৰ ভাও ধৰিলোঁ। মনে মনে থাকিলোঁ। কোনো প্ৰতিবাদ নকৰিলোঁ। বাগানত বেমাৰ হ'ল। চিকিৎসা নহ'ল। চিকিৎসাৰ অভাৱত লেঠেৰী নিচিনাকৈ মানুহ মৰিল। কাগজত সমালোচনা হ'ল। বাগিচা আছে, হস্পিতাল নাই। হস্পিতাল থাকিলে ডাক্তৰ নাই। ডাক্তৰ থাকিলে ঔষধ নাই। এইদৰে বাগিচাত সু-চিকিৎসা নাই। লেতেৰা পৰিবেশত থাকি লেতেৰা পানী খাই বেমাৰ হোৱা বুলি ৰাইজে ক'লে। পৰিবেশ ভাল কৰাৰ দাবী উঠিল। পৰিষ্কাৰ খোৱা পানীৰ ব্যৱস্থা কৰাৰ দাবী উঠিল। দাবীবোৰ কাগজত উঠিল। কাৰ্যক্ষেত্ৰত একো নহ'ল। চৰকাৰে ক'লে মৰাম'হৰ মাংস খাই মৰিল। কোনেও প্ৰতিবাদ নকৰিলে। ৰাজনীতিকসকলেও নকৰিলে। সকলো মনে মনে থাকিল। মিছা অপবাদ আমি নিৰৱে হজম কৰিলোঁ। সততা আমাৰ নোহোৱা হ'ল। সততাবিহীন মানসিকতা সম্পন্ন লোকৰ পৰা সমাজে ভৱিষ্যতে কি আশা কৰিব পাৰে! আমি কওঁ এটা, কৰোঁ এটা। আমাৰ দুটা ৰূপ। বাহিৰত এটা, ভিতৰত এটা। সমাজৰ কথা কৈ চিঞৰি বাখৰ কৰোঁ। চৰকাৰক গালি গালাজ কৰোঁ। কিবা এটা চৰকাৰী ঘৰৰ পৰা সুবিধা পোৱাৰ পাছত অতীতৰ কথাসকলো পাহৰি যাওঁ। সমাজৰ প্ৰগতিৰ কথা পাহৰি যাওঁ। নিজৰ ধান্দাত মছগুল হৈ পৰোঁ। চাহ জনজাতি সমাজখনক মাধ্যম হিচাপে লৈ নিজৰ সুবিধাবাদী সোণালী সপোন ৰচনা কৰোঁ। সন্থা-সংঘ বিবিধ জখলাৰে ওপৰলৈ নিজে উঠাৰ পথা সুচল কৰোঁ। চমৰা-বুধুৱাহঁতে আমালৈ মুখ মেলি থাকে। আমি কল খাই সিহঁতলৈ বাকলি পেলাই দিওঁ। আমাৰ চৰিত্ৰ এনেকুৱাই। এনেধৰণৰ চৰিত্ৰ থকা আমিবোৰৰ পৰা সমাজৰ ভৱিষ্যত কি হ'ব পাৰে তাক নোকোৱাই ভাল। চেতনাবিহীন সমাজৰ সচেতন ব্যক্তি হিচাপে আমি সদায় সিহঁতক ঠগি আহিছোঁ। নিজে নিজক প্ৰশ্ন কৰিলেই তাৰ সত্যাসত্য নিৰূপণ কৰিব পাৰি। বহুতে কথাবোৰ বেয়া পাব পাৰে। অপ্ৰিয় সঁচাকথা হজম কৰাত কিছু কঠিনতাই দেখা দিয়ে। এদিন চাহ জনজাতি শিক্ষিত পুৰুষে লটাৰীত টকা



পালে চাহ জনজাতি ছাত্ৰাবাস বনাব বুলি কৈছিল। পিছে সেইজন ওপৰলৈ উঠাৰ পাছত চলি থকা ছাত্ৰাবাস এখন স্বাৰ্থত আঘাত পৰাৰ আশংকা কৰি বন্ধ কৰি দিয়াৰ কামহে কৰিছিল। গুৱাহাটীত ছাত্ৰাবাস হ'লে কিছুমানৰ বাবে অসুবিধাই দেখা দিব পাৰে বুলি ভয় কৰি আমাৰে কিছুমানে পোনতে তাত তলে-তলে বাধাৰ সৃষ্টি কৰা দেখা গৈছিল। সমাজৰ স্বাৰ্থতকৈ নিজৰ স্বাৰ্থৰ কথা বেছি হিচাপে ভবা আমিবোৰৰ পৰা সমাজৰ ভৱিষ্যৎ কিমান নিৰাপদ এক ভাবিব নোৱাৰা সাঁথৰ।

আমি যদি আমাৰ সমাজৰ কথা এই ভাৱধাৰাৰে চিন্তা কৰি কাম কৰি যাওঁ তেন্তে আমাৰ চাহ জনজাতি সমাজখনৰঅদূৰ ভৱিষ্যৎ খুব উজ্জ্বল বুলি ক'ব নোৱাৰি । সময়ৰ গতিত যদি ভাৱৰ পৰিবৰ্তন ঘটে আৰু কৰ্মৰাজিৰ গতিধাৰাই সোঁত সলনি কৰে তেন্তে সুদুৰ ভৱিষ্যতে চাহ জনজাতিৰ প্ৰগতিমুখী প্ৰতিচ্ছবিৰ প্ৰতিফলন হোৱাৰ আশা কৰিব পৰা যায়। মানুহ আশাবাদী। মানুহ হিচাপে আমিও তাৰে আশা কৰোঁ।

# চাহ জনজাতি সমাজৰ ঋতুকালীন উৎসৱ পাৰ্বন

"আসাম দেশেৰে বৈশাখ বিহু কৰম পৰব সমানৰে, সৃষ্টিৰ কথা আছে গাঁথা দুনুতে সমানৰে"— বুলি ভবা অসমৰ অন্যতম বৃহৎ জনগোষ্ঠী চাহ জনজাতি সমাজৰ বিচিত্ৰ সাংস্কৃতিক সম্পদৰাজিয়ে অসমীয়া সংস্কৃতিৰ বিচিত্ৰতাক অধিক বিচিত্ৰ কৰি তুলিছে। ঝুমইৰ গীত, ঝুমইৰ নৃত্য, টুচু পৰৱ আদি অসমীয়া লোক সংস্কৃতিৰ অংগ হৈ পৰিছে। অসমৰ বাহিৰে চাহ জনজাতিৰ বাবে আজি আৰু কোনো বেলেগ দেশ নাই। পূৰ্বভূমিৰ কথা তেওঁলোকে কাহানিবাই পাহৰিলে। অসমেই এতিয়া তেওঁলোকৰ জনমভূমি, কৰমভূমি আৰু মৰণভূমি। 'আসাম মৰলে হামৰাও মৰব' বুলি আজি তেওঁলোকে অনুভৱ কৰে। চাহ জনজাতিৰ পূৰ্বপুৰুষ সকল অসমৰ বাহিৰৰ পৰা আহিলেও সময়ৰ সোঁতত ক'ব নোৱাৰাকৈ সকলো ফালৰ পৰা অসমীয়াত্ব গ্ৰহণ কৰি অসমীয়া বুলি নিজকে চিনাকী দিয়াৰ যোগ্যতা অৰ্জন কৰিছে। অসমীয়া সমাজখনৰ এক অবিচ্ছেদ্য অংগ হৈ পৰিছে এই চাহ জনজাতিৰ লোকসকল। অসমীয়া সমাজে চাহ জনজাতি সমাজক বাদ দি পূৰ্ণাংগ ৰূপ পাব নোৱাৰে। চাহ জনজাতি সমাজখনে অসমৰ সংহতি সংস্কৃতিক আলিংগন কৰি আছে।

চাহ জনজাতিৰ মাজত হিন্দু আৰু খৃষ্টান দুয়োটা ধৰ্মৰ লোক আছে। হিন্দু সকল মন্দিৰ নামঘৰলৈ যায় আৰু খৃষ্টানসকল গীৰ্জালৈ যায়। হিন্দু সকলে পূজা-পাতল কৰে, দেৱ-দেৱী মানে। অসমলৈ আহোতে মূলতঃ তেওঁলোক হিন্দু ধৰ্মৰ লোক আছিল যদিও কালৰ গতিত কিছুমান কাৰণত হিন্দু ধৰ্মৰ পৰা আঁতৰি গৈ খৃষ্টান ধৰ্মত দীক্ষিত হয়। পাদুৰী মিছনেৰীৰ ছত্ৰছায়ত খৃষ্টান ধৰ্ম গ্ৰহণ কৰিলেও হিন্দু ধৰ্মৰ আস্থা ৰাখি পূৰ্বাপৰ ৰীতি-নীতি, জাতীয় স্বকীয়তা বজাই ৰাখিছে। চাহ জনজাতি সকলে ভূত-প্ৰেত, দেৱ-দেৱীৰ পূজা-পাতল মুখ্য হিচাপে কৰিলেও শংকৰী ধৰ্মৰ প্ৰতি থকা অনুৰাগ মন কৰিবলগীয়া।

এতিয়া মূল কথালৈ আহো। আমাৰ আলোচনাৰ প্ৰধান বিষয় হ'ল-চাহ জনজাতি



সমাজৰ ঋতুকালীন উৎসৱ-পাৰ্বন। ঋতু ৬ টা -গ্ৰীষ্ম, বৰ্ষা, শৰৎ, হেমন্ত, শীত আৰু বসন্ত। "বাৰ মাসে তেৰ পূজা"— বুলি গৌৰৱ অনুভৱ কৰা চাহ জনজাতি সকলে প্ৰতিটো ঋতুতে কিবা নহয় কিবা এটা পূজা-পাৰ্বন, উৎসৱ পালন কৰে। আমি যদি ভালদৰে ফঁহিয়াই চাওঁ তেন্তে দেখিবলৈ পাওঁ যে ঋতু ভেদে পালন কৰা তেওঁলোকৰ উৎসৱ-পাৰ্বনবোৰ এনে ধৰণৰ,—

(ক) গ্ৰীষ্ম ঋতুত — (১) সূৰ্যাহী পূজা (২) গ্ৰাম পূজা।

(খ) বৰ্ষা ঋতুত — (১) কৰম পৰৱ (২) মনসা পূজা (৩) জন্মাষ্টমী।

(গ) শৰৎ ঋতুত — (১) সহঁৰাই পৰৱ (২) দূৰ্গা পূজা (৩) লক্ষ্মী পূজা (৪) তুলসী পূজা।

(ঘ) হেমন্ত ঋতুত — (১) টুসু পৰৱ (২) ক্ষেত্ৰ পূজা (৩) ফুছপুনীমাৰ পূজা।

(ঙ) শীত ঋতুত — (১) ফাকুৱা পৰৱ (২) বড়পাহাৰী পূজা (৩) বাগাদেই পূজা (৪) শিৱৰাত্ৰী।

(চ) বসন্ত ঋতুত — (১) চড়ক পূজা (চৈত পৰৱ) (২); চাডুল পূজা (৩) মংলা পূজা।

**(১) সূৰ্যাহী পূজা ঃ-** সূৰ্যাহী পূজা গ্ৰীষ্ম ঋতুত উদযাপিত হয়। ই এক ঘৰুৱা পূজা। বছৰে বছৰে এই পূজা কৰা নহয়। কিছুমানে এই পূজা পাঁচ বছৰৰ মূৰত আৰু কিছুমান বাৰ বছৰৰ মূৰত এই পূজা পাতে। এই পূজা ঘৰত কৰা নহয়। হাবিৰ মাজত নাইবা নৈৰ পাৰত এই পূজা পাতে। বেলি ওলোৱাৰ লগে লগে পূজাৰ কাম আৰম্ভ কৰা হয় আৰু দুপৰীয়া ভিতৰতে সকলো কাম শেষ কৰা হয়। পূজাৰ দিনা পূজা কৰা ঘৰৰ গৃহস্থ আৰু গৃহস্থনী দুয়ো উপবাসে থাকে। ইয়াক কিছুমানে "উষা পূজা" বুলি কয়। সেয়ে পূজাৰ থলীতে সকলো বস্তু খাই বৈ শেষ কৰি আহে। পূজাৰ পৰা ঘূৰি আহি ঘৰ সোমাওতে গৃহস্থই হাতত এঘটি পানী লৈ আঠু কাঢ়ি কাঢ়ি গৃহ প্ৰৱেশ কৰে। এই পূজা পাতিলে ভূত-প্ৰেত, অপায়, অমংগলৰ পৰা ঘৰখন ৰক্ষা পৰি থাকে বুলি তেওঁলোকে বিশ্বাস কৰে। এই পূজা কৰা লোকসকলে সদায় গা-পা ধুই উঠি সূৰ্য্যৰ ফালে মূখ কৰি সূৰ্য্য দেৱতাক প্ৰণাম কৰে।

**(২) গ্ৰাম পূজা ঃ-** গ্ৰীষ্ম ঋতুত হোৱা আন এক পূজা হ'ল গ্ৰাম পূজা। এই পূজা সাধাৰণতে সমূহীয়া ভাৱে কৰা হয়। এই পূজাৰ নিৰ্দিষ্ট কোনো দিন বাৰ নাথাকে। ৰাইজৰ সুবিধা অনুযায়ী পূজাৰ দিন বাৰ ৰাইজেই ঠিক কৰি লয়। চাহ জনজাতি সমাজৰ এটা বিশ্বাস আছে যে প্ৰত্যেক অঞ্চলতে ৰখীয়া ৰূপী একোজন

থাকে। এই দেৱতা জনেই অপায় অমংগলৰ পৰা অঞ্চলটো ৰক্ষা কৰি থাকে বুলি তেওঁলোকে বিশ্বাস কৰে। সেয়ে বছৰি এদিন এই দেৱতা গৰাকীক সকলোৱে মিলি পূজা কৰে। এই গ্ৰাম পূজাৰ কাৰণে কোনো ব্ৰাহ্মণৰ আৱশ্যক নাই। গাঁও বা বাগিচা অঞ্চলৰ মুখীয়ালজনক পূজা কৰিবৰৈ দিয়া হয়। তেওঁক 'নায়ক' বোলে। পূজাৰ কামত সহায় কৰিবলৈ দুজনমান উপনায়ক বাছি দিয়া হয়। পূজাৰ দিনা নায়ক আৰু উপনায়ক সকলোৱে উপবাসে সহায় কৰিবলৈ দুজনমান উপনায়ক বাছি দিয়া হয়। পূজাৰ দিনা নায়ক আৰু উপনায়ক সকলোৱে উপবাসে থাকি পুৱাই গা-পা ধুই নতুন বস্ত্ৰ পৰিধান কৰি পূজাৰ কামত আগবাঢ়ে। পূজাত বুলি দিয়াৰ প্ৰথা আছে। গ্ৰাম পূজা পতা ৰাজহুৱা 'থান' বা 'ঘৰ'টোক 'গ্ৰামথান' বোলে। সেই দিনা 'গ্ৰামথান' টোক মছি-কাছি ভালদৰে চাফ-চিকুন কৰি লোৱা হয়। পূজাৰ সময়ত থানৰ এটা মূৰত গোট বাঁহৰ মুৰত লাল কাপোৰ বান্ধি ঝাণ্ডা পোতা হয়। অনবৰত ঢোল-বাজনা বাজি থকাৰ মাজত পূজা কৰি থাকোতে নায়কৰ গাত দেও লম্ভে। পূজা কৰি থকা অৱস্থাৰ পৰা কঁপি কঁপি নায়কজন এটা সময়ত উঠি যায় আৰু জপিয়াবলৈ আৰম্ভ কৰে। ইয়াক 'ঝুপন উঠা' বা 'চাটিয়া উঠা' বুলি কয়। ঝুপানৰ সময়ত ৰাইজে অঞ্চলটোৰ অপায়-অমংগলৰ পৰা হাত সাৰিবলৈ কিবা কৰিবলগীয়া থাকিলে তাৰ সমিধানৰ কথাও কৈ যায়। গ্ৰাম পূজাৰ প্ৰসাদ আদি সকলো বস্তু গ্ৰামথানতে খাই শেষ কৰা হয়। কোনো বস্তু ঘৰলৈ অনা নহয়। আনিলে হেনো অমংগল হয়। গ্ৰাম এলেকাৰ চাৰি দিশত চাৰিটা লাল কাপোৰ সৰু ঝাণ্ডা পুতি চাৰিসীমা বন্ধা হয়। কিছুমানে কেঁচা সূতা বন্ধা ধেনু একোখন চাৰিসীমাত পুতি এলেকাটো বান্ধে। এনে কৰিলে অঞ্চলটোৰ বাসিন্দাসকল বেমাৰ-আজাৰ, ভূত-প্ৰেত আৰু যিকোনো হানি-বিঘিনিৰ পৰা হাত সাৰি হেনো থাকিব পাৰি, এইয়া তেওঁলোৰ বিশ্বাস। কিছুমানে সেই দিনা ঝাড়ু দি ঘৰৰ জাবৰ-জোঁঠৰ নি গাঁৱৰ আওহতীয়া ঠাইত পেলাই আহে। এনে কৰিলে হেনো ঘৰখনত অমংগল নহয়। ইয়াক 'ঝাড়ুমৰা' বুলি কয়। গ্ৰাম এলেকাত মংগল কামনা কৰিয়েই সাধাৰণতে গ্ৰাম পূজা পতা হয়।

**(৩) কৰম পৰৱ ঃ-** বৰ্ষা ঋতুত এই কৰম পৰম হৈছে চাহ জনজাতি সমাজৰ প্ৰধান জাতীয় পৰৱ। ইয়াক কৰম পূজাও বোলে। ভাদ মাহৰ শুক্লা একাদশী তিথিত কৰম গছৰ ডাল পুতি কৰম পূজা কৰা হয়। যথা বিধি কৰম পূজাৰ "যাঁৱা ধৰা" কে আদি কৰি সকলোবোৰ কামৰ আগভাগ মহিলাসকলে লয়। কৰম পূজাত কৰম বুঢ়াই কৰম কাহিনী কয়। মাদলৰ তালে তালে গোটেই নিশা জুৰি



নৃত্য-গীত চ'লে। এই নৃত্য-গীতবোৰেই সৰ্বজন বিদিত চাহ জনজাতি সমাজৰ অতিকৈ আপোন ঝুমইৰ গীত ও ঝুমইৰ নৃত্য। ভাদ মাহৰ শুক্লা একাদশী তিথিত 'জিতিয়া কৰম', আহিন মাহৰ বিজয়া দশমী তিথিত 'বুঢ়ী কৰম', আৰু আঘোন মাহৰ পূৰ্ণিমা তিথিত 'ৰাস কৰম' পতাৰ নিয়ম আছে যদিও ভাদ মাহত পতা জিতিয়া কৰমেই সাৰ্বজনীন ৰূপত বহুলভাৱে পতা হয়। এই জিতিয়া কৰম আজি চাহ জনজাতি সমাজত বিশেষভাৱে প্ৰাধান্য লাভ কৰা দেখা গৈছে। ডেকা-গাভৰুৰ দেহমন জুৰ পৰি যোৱা ঝুমইৰ গীতবোৰ বৰ সুললিত আৰু সুমধুৰ। ঝুমইৰ গীতবোৰৰ মাজত বিচাৰি পোৱা যায় চাহ জনজাতি সমাজৰ জীৱন বুৰঞ্জী। যথা,—"চৰ্দাৰ বলে কাম কাম, বাবু বলে ধৰে আন, চাহাব বলে লিব পিঠেৰ চাম। হে, বিদেশী শ্যাম, ফাঁকি দিয়ে আনিল আসাম"।

**(৪) মনসা পূজা ঃ-** চাহ জনজাতি সমাজে মনসা দেৱীৰ পূজা বৰ্ষা ঋতুৰ বতৰতে পালন কৰে। এই পূজা দুটা সময়ত পাতে। এই হ'ল,— ভাদ মাহৰ শেষৰ দিনা আৰু আনটো হ'ল,— শাওন মাহৰ নাগপঞ্চমী তিথিত। এই পূজাত কোনো বামুণ নালাগে। যথা নীতি নিয়মৰ মাজেৰে পুৰাণ পুথি পাঠ কৰি পূজাৰ কাম সমাধা কৰে। পূজাত 'ঝুপান' উঠে আৰু ঝুপান উঠা জনক কঁহুৱা বনেৰে তৈয়াৰ কৰা 'কড়ৰা' নামেৰে পৰিচিত এবিধ চুতি পঘাৰে কোবায়। কোবাওঁতে কেতিয়াবা গাৰ চাল ফাটি যোৱাও দেখা যায়। মনসা পূজা বাদ্যযন্ত্ৰ সহকাৰে মনসা গীত গোৱা হয়। মনসা দেৱীৰ মূৰ্ত্তি বা ঘট থাপনা কৰি পূজা কৰা হয়। পূজা কৰা ঘৰৰ লোকে সাধাৰণতে সাপ নামাৰে আৰু পূজাৰ দিন পাৰ নোহোৱালৈকে কোমোৰা আৰু জিকা নাখায়। এই পূজাত অন্যান্য ফুলৰ লগতে পদুম ফুলৰ অতি প্ৰয়োজন। দেৱী বিসৰ্জনৰ দিনা দেৱীলৈ বুলি পইতা ভাত আৰু জিকা দি মাগুৰ মাছেৰে ৰন্ধা তৰকাৰী আগবঢ়োৱা নিয়ম আছে। এনে কৰিলে প্ৰতি বছৰে দেৱীৰ আগমন হয় বুলি বিশ্বাস কৰে। মনসা গীত মাত বোৰৰ মাজত মনসাৰ উপৰিও বেউলা-লখীন্দৰ তথা চান্দ সদাগৰৰ বিবিধ কথা বিচাৰি পোৱা যায়।

**(৫) জন্মাষ্টমী ঃ-** ভগৱান শ্ৰীকৃষ্ণৰ জন্ম তিথিটো জন্মাষ্টমী হিচাপে চাহ জনজাতি সমাজতো এই বৰ্ষা ঋতুতে পালন কৰা হয়। ঘৰুৱা আৰু সামূহিক দুয়ো ধৰণেই জন্মাষ্টমী পালন কৰা যায়। সম্পূৰ্ণ শাস্ত্ৰাচাৰ নিয়মৰ মাজেদি জন্মাষ্টমী উৎসৱ মনা হয়। জন্মাষ্টমীত খোল-তোল লৈ ভগৱানৰ নাম কীৰ্তন কৰা হয়।

**(৬) সঁহৰাই পৰৱ ঃ-** চাহ জনজাতি সমাজৰ অন্যতম প্ৰধান পৰৱ হ'ল সঁহৰাই পৰৱ। ইয়াক গৰয়া পূজা বুলিও কোৱা হয়। গো-সেৱাই এই পৰৱৰ প্ৰধান লক্ষ্য।

যথা ৰীতি অনুযায়ী গৰুক তেল হালধী ঘঁহা হয়, পিঠিতি পিঠাগুৰিৰ ছাপ আৰু সিন্দুৰৰ ফোঁট দিয়া হয়। গোহালিত শিৱ, বাঘ, ধৰম, গ্ৰাম আৰু বন দেৱতাৰ নামত পূজা কৰা হয়। গৰু গাইৰ কল্যাণৰ বাবে এই পঞ্চ দেৱতাৰ পূজা কৰা হয়। পূজাত বলি বিধানৰ নিয়ম আছে। পূজা উপলক্ষে গৰুক নতুন পঘা আৰু গৰু গোৱালক নতুন বস্ত্ৰ দিয়া হয়। সেই কেই দিন সদায় গৰুক ঘাঁহ কাটি খুওৱা হয়। পূজাত নাঙল-যুঁৱলী আদি কৃষি কৰ্মৰ সা-সুজলি সমূহ ধুই পখালি চাফা কৰি চোতালত সজাই থয়। এই পূজাত ৰাতি ঢোল-মাদল লৈ ঘৰে ঘৰে গৈ হুচৰিৰ দৰে জাহলি গীত খায়। পূজাত গৰুৰ শিঙত ধানৰ কপালি বান্ধি দিয়া হয়। চোতালৰ পৰা আৰম্ভ কৰি পদুলিৰ মুৰলৈকে আলপনা আঁকা হয়। পূজাৰ লগতে দেৱালী অৰ্থাৎ দ্বীপান্বিতা উৎসৱো পালন কৰা হয়। জহালি গীতবোৰ সদায় 'অহিৰে ' শব্দটোৰে আৰম্ভ হয়। গীতবোৰ বেছ শ্ৰুতি মধুৰ।

"অহিৰে,— খুজ খুজতে আলি পুছ পুছতে আলি
ফালনাকে ঘৰ কাতি দূৰ,
আৰে ফালনাকে ঘৰে ভালা
তুলসী কা পিড়া হো
ওপৰে যে উড়ে ৰাজ হাঁসৰে।"

**(৭) দূৰ্গা পূজা ঃ-** সাৰ্বজনীন ৰূপত প্ৰতিষ্ঠা লাভ কৰা দুৰ্গা পূজা চাহ জনজাতি সমাজেও বেছ উলহ মালহেৰে পালন কৰে। যথা ৰীতি নীতিৰ মাজেৰে পালন কৰা দুৰ্গা পূজাত বলি বিধানৰ নিয়ম আছে। চাহ জনজাতি সমাজে ঘৰুৱা হিচাপে এই পূজা আনুষ্ঠুপীয়া ভাবে পালন কৰিলেও ৰাজহুৱা ভাবে বহল ভিত্তিত পালন কৰে। শক্তি পূজাৰ বিশ্বাসী চাহ জনজাতি সমাজেও দুৰ্গা দেৱীক এক শক্তিৰ প্ৰতীক হিচাপে গণ্য কৰে। দেৱীৰ আগমন উপলক্ষে ঘৰ দুৱাৰ চাফ-চিকুন কৰি ৰাখে। ওচৰত বেল গছ থাকিলে তাৰ গুৰি চিকুনাই চাকি বন্তি জ্বলায়। ঘৰ মুচিবলৈ মাটি খান্দি অনা খালটোৰো চাৰিওফালে পূজাত চাফ চিকুন কৰি চাকি-বন্তি জ্বলায়। বিশ্বাস আছে যে দেৱী পৃথিৱীলৈ আহোতে উল্লেখিত খালত হেনো জিৰণি লয়। এয়া কেৱল চাহ জনজাতি সমাজৰ চলি অহা বিশ্বাস। এই বিশ্বাসৰ কোনো ভিত্তি নাই। পূজাত নতুন বস্ত্ৰ লয়। ষষ্ঠীত বেলবৰণেৰে আৰম্ভ হোৱা দুৰ্গা পূজা দশমীত দেৱী বিসৰ্জনেৰে পূজাৰ সমাপ্তি ঘটে। ওৰাং আৰু চাওতাল সকলে ইয়াক 'দাশাই পৰৱ' হিচাপে পালন কৰে।



**(৮) লক্ষ্মী পূজা ঃ-** আহিন-কাতি মাহৰ লক্ষ্মী পূৰ্ণিমাত লক্ষ্মী পূজা পতা হয়। লক্ষ্মী দেৱীৰ থাপনা পাতি ঘৰুৱা আৰু ৰাজহুৱা দুই ৰকমে এই পূজা পতা হয়। এই পূজাত বলি বিধানৰ নিয়ম নাই। শাস্ত্ৰাচাৰ নিয়মেৰে সম্পুৰ্ণ মাহ, চাউল, কল, নাৰিকল আদি প্ৰসাদেৰে এই পূজা সমাপন কৰা হয়। পূজাত লক্ষ্মীচৰিত পাঠ কৰা হয়। ই সাধাৰণতে মহিলা প্ৰধান পূজা। ঘৰুৱা পূজাত মহিলাসকলেই ইয়াৰ আগভাগ লয়। পূজাৰ দিনা কোনো ভজাঁ পোৰাৰ কাম নকৰে। ৰাতি লঘু নিৰামিষ আহাৰ গ্ৰহণ কৰে। বৃহস্পতি বাৰটোক লক্ষ্মীবাৰ বুলি কোৱা হয়। সেইদিনা বহুতে মাছ-মাংস নাখায়।

**(৯) তুলসী পূজা ঃ-** তুলসী থানত চাকি-বন্তি সদায় দি থকা হয় যদিও কাতি মাহৰ সংক্ৰান্তিৰ দিনা বিশেষ ভাবে তুলসী পূজা কৰা হয়। সেই দিনা তুলসী থান ভালদৰে লিপা-মোচা কৰি থানত চাকি-বন্তি, ধুপ-ধূণা দিয়ে। সন্ধিয়া তুলসী থানত 'তুলসী চৰিত্ৰ' বা 'কীৰ্তন পুথি' পাঠ কৰা হয়।

**(১০) টুসু পূজা ঃ-** টুসু পৰৱ চাহ জনজাতি সমাজৰ অন্যতম জাতীয় পৰৱ। ইয়াক পৌষ পৰৱ বুলিও কয়। বহুতে টুসু পূজা বুলিও কয়। মাঘ মাহৰ মকৰ সংক্ৰান্তিত এই পৰৱ পালন কৰা হয়। ই মহিলা প্ৰধান পৰৱ। এই পৰৱ পালনত মহিলা সকলেই সকলো ফালৰ পৰাই আগভাগ লয়। অসমীয়া সমাজৰ জাতীয় উৎসৱ ভোগালী বা মাঘ বিহুৰ লগত টুসু পৰৱৰ কিছু মিল থকা দেখা যায়। টুসু এগৰাকী দেৱী আছিল। সেই মহাসতী দেৱী গৰাকীয়ে পতিৰ মৃত্যুত পতিৰ চিতাত একে লগে জীৱন দাহ দিছিল এই মকৰ সংক্ৰান্তিৰ দিনা। সেই দিন ধৰি মহাসতী টুসুৰ গুণানুকীৰ্তন টুসু গীতৰ মাজেৰে প্ৰকাশ কৰি টুসু পৰৱ পালন কৰি আহিছে। এই পৰৱৰ আৰম্ভণি দিনটোক টুসু জাগৰণ আৰু শেষৰ দিনটোক টুসু ভাষণ বোলে। আখ্যান মতে টুসু দেৱীৰ জীৱন কাল বহু ঘাত-প্ৰতিঘাতেৰে পৰিপূৰ্ণ। টুসু গীত বোৰ অতি সু-মধুৰ।

**(১১) ক্ষেত্ৰ পূজা ঃ-** চাহ জনজাতি সমাজৰ যিসকল লোকৰ খেতি-বাতি আছে তেওঁলোকেহে সাধাৰণতে এই ক্ষেত্ৰ পূজা পালন কৰে। আন সকলে নকৰে। এই ফালৰ পৰা বস্তিত বাস কৰা প্ৰাক্তন বাগিচা বাসী চাহ জনজাতিৰ লোকসকলে এই পূজা বিশেষ ভাৱে পালন কৰা দেখা যায়। কাৰণ গাঁৱত থাকি খেতি-বাতিৰ লগতহে তেওঁলোকৰ সম্পৰ্ক থাকে। ই সম্পূৰ্ণ ঘৰুৱা পূজা। ধান কটাৰ আগে আগে নিজৰ নিজৰ খেতি পথাৰত এই পূজা কৰা হয়। পূজাত বলি দিয়াৰ নিয়ম আছে। পথাৰৰ শস্য যাতে হানি বিঘিনি নোহোৱাকৈ ৰক্ষা কৰি ৰাখে সেই উদ্দেশ্য

ক্ষেত্ৰ পূজা কৰা হয়। পূজাৰ পাছত বস্তু পথাৰতে খাই শেষ কৰি অহাৰ নিয়ম। পূজাৰ কোনো প্ৰসাদ আদি ঘৰলৈ নানে। ক্ষেত্ৰ পূজাৰ পাছতহে ধান কাটে। সামূহিক ভাবে এই পূজা পালন কৰা নহয়।

**(১২) ফুছপুনীমাৰ পূজা** ঃ- বিষাক্ত পোক-পৰুৱা, মহ আদিৰ পৰা ৰক্ষা পাই থাকিবলৈ সিহঁতৰ অধিষ্ঠাত্ৰী দেৱী 'ফুছপুনী'মাৰ পূজা কৰা হয়। এই পূজা কিছুমানে পুহ মাহত আৰু কিছুমানে আঘোন মাহত কৰে। পূজাৰ দিনা ঘৰৰ এচকুত বেদী পাতি সন্ধিয়া পৰত দেৱীৰ নামত বিবিধ ধৰণৰ পিঠা-পনা আগবঢ়াই পূজা কৰা হয়। পূজাৰ পাছত ভঙা কেৰাহীত ভুছি ভৰাই জুইৰ আঙঠা দি ধোঁৱা দিয়া হয়। এই ধোঁৱা দিয়া কেৰাহীটোক 'ভৰছি' বুলি কোৱা হয়। আখ্যানমতে, মহাদেৱ এবাৰ খেতি কৰিবলৈ গৈ বহুত দিন ধৰি ঘৰলৈ অহা নাছিল। হাল, কোৰ বাই মদ-ভাং খাই পামৰ ঘৰতে আছিল। ঘৰৰ মানুহে বহুত মাতিও তেওঁক ঘৰলৈ আনিব পৰা নাছিল। খেতি কৰিবলৈ যিহেতু তেওঁক মংগলচণ্ডী দুৰ্গা দেৱীয়ে পঠাইছিল গতিকে দেৱীয়ে তেওঁক ঘুৰাই আনিবলৈ নানান তৰহৰ কীট-মহৰ সৃষ্টি কৰি মহাদেৱক কামুৰি অতিষ্ট কৰিবলৈ পঠালে। সিহঁতৰ কামোৰত তৎ নাপায় মহাদেৱে মছাল জ্বলাই ধোঁৱা দিহে ৰক্ষা পাইছিল। তেতিয়াৰে পৰাই বোলে কীট মহ খেদিবলৈ ধোঁৱা দিয়াৰ নিয়ম চলে। এই আখ্যানৰ আলম লৈয়ে ফুছপুনীমাৰ পূজা প্ৰচলিত হয় বুলি বহুতে ধাৰণা কৰে।

**(১৩) ফাকুৱা পৰব** ঃ- ফাগুন মাহৰ পূৰ্ণিমা তিথিত ফাকুৱা পৰব পালন কৰা হয়। ইয়াক হোলি উৎসব বুলিও কয়। এই পৰবতে ইজনে সিজনৰ গাত ৰং ঘঁহি হোলি বা ফাকুৱা খেল খেলে। ঘৰৰ গৃহস্থই পুৱাই গা-পা ধুই ইষ্ট দেৱতাৰ নামত ফাকু গুৰিপূজাৰ থানত উৰ্চ্ছা কৰি ৰং খেলাৰ শুভ আৰম্ভ কৰে। এই পৰবত চাহ জনজাতি সমাজৰ লোকে ৰং খেলাৰ উপৰিও কাঠি নাচৰ আয়োজন কৰে। হাতে হাতে দুটাকৈ দুফুটমান দীঘলৰ মাৰি লৈ বৃত্তাকাৰ হাতত হাত ধৰি কাঠি নাচ আছে। বহুতে এই পৰবত হোলিকা দাহ কৰে। কাঠ-বাঁহ গোটাই মেজি পোৱাৰ দৰে হোলিকা দাহ কৰে। 'হোলিকা দাহ'ৰ বিশেষ বহুতে বহুত ৰকমৰ মতামত দাঙি ধৰে। কিছুমানৰ মতে হিৰণ্যকশিপুৰভনীয়েক হোলিকাই হেনো ৰজাৰ আদেশমতে ভক্ত প্ৰহ্লাদক জুইত পেলাই মাৰিব খোজেতে নিজেই জুইত পুৰি মৰে। তেতিয়াৰে পৰা বোলে 'হোলিকা দাহ'ৰ প্ৰচলন হয়। আন কিছুমানৰ মতে কুৰুক্ষেত্ৰ যুদ্ধত পিতামহ ভীষ্মই ইচ্ছামৃত্যু বৰণ কৰাত মৃত শৰীৰ দাহ দিয়া দিনৰ পৰাই হেনো হোলিকা দাহৰ প্ৰচলন হয়। কিছুমানৰ মতে আকৌ শিশু কৃষ্ণই ৰাক্ষসী পুতনাৰ



স্তন চুহি প্ৰাণ নাশ কৰিলেও মাতৃ ৰূপত পুতনা প্ৰতিষ্ঠিত হোৱাৰ্লৈ চাই পুতনা বধৰ দিনাৰ পৰাই 'হোলিকা দাহ'ৰ প্ৰচলন হয়। মতামত যিয়েই নহওক লাগে 'হোলিকা দাহ'ৰ সময়ত গোৱা,— "হৰি হৰি হৰি মাকে চুলাই মাকে চুলাই ভৰি" বুলি ধ্বনি দিয়া কথাযাৰে সেই ৰাক্ষসীনি 'হোলিকা'ৰ কথা কিন্তু মনত পেলাই দিয়ে।

**(১৪) বড় পাহাৰী পূজা** ঃ- বড় পাহাৰী পূজা প্ৰতি তিনি বছৰৰ মুৰে মুৰে মাঘ বা ফাগুন মাহৰ কোনো এক শুভ দিনত কৰা হয়। এই পূজাৰ বাবে কোনো নিৰ্দিষ্ট দিন বাৰ তিথি নাই। সুবিধা অনুযায়ী নিজে দিন বাৰ ঠিক কৰি লয়। চাহ জনজাতিৰ পূৰ্বপুৰুষ সকলৰ সম্পৰ্ক হাবি জংঘল আৰু পাহাৰ পৰ্বতৰ লগত থকাৰ কাৰণেই বোধহয় তেওঁলোকে গছ, সাপ, পাহাৰ আদিক দেৱ-দেৱীৰ মানত জ্ঞান কৰি সেইবোৰক পূজা কৰিছিল। এই পাহাৰ পূজাৰ প্ৰচলন লাহে লাহে কমি আহিছে। ই এক পুৰুষ প্ৰধান পূজা। মহিলাসকলে এই পূজাত ভাগ নলয়। ঘৰৰ বাহিৰত হে এই পূজা পতা হয়। পূজাত এক ৰঙৰ পাঠি ছাগলী বলি দিয়ে। পূজাৰ অন্তত বলি দিয়া ছাগলীৰ মাংস ভাত খাই সকলো ঘৰা ঘৰি হয়। পূজাৰ বস্তু একো ঘৰলৈ নানে।

**(১৫) বাগদেই পূজা** ঃ- বাগদেই বা কড়াল বাগদেই পূজা চাহ জনজাতি সমাজখন সকলো মানুহে এই পূজা নকৰে। সমাজখনৰ কিছুমান লোকেহে এই পূজা কৰে। এই পূজা ফাগুন মাহত কৰে। একে পৰিয়াল বা গোষ্ঠীৰ সাতঘৰ মিলি নদী বা জলাশয়ৰ পাৰত দিনৰ আগবেলাতে এই পূজা কৰে। পূজাত কলা পঠা ছাগলী বলি দিয়ে আৰু ঝুপান উঠে। মহিলাসকল সম্পূৰ্ণভাবে এই পূজাৰ পৰা বিৰত থাকে। বলি দিয়া পঠাৰ মাংস বান্ধি ভাতৰ লগত পূজাৰ থলীতে খাই শেষ কৰি আহে। পূজাৰ একো বস্তু ঘৰলৈ নানে। পূজাৰ দিনা ওৰে ৰাতি পূজা পালন কৰা পৰিয়ালবৰ্গ উজাগৰে থাকে। শুলে হেনো কুড়াল বাগদেই দেৱীৰ কুপ দৃষ্টিত পৰিব আৰু ঘৰখনৰ সদায় অপায় অমংগল হৈ থাকিব বুলি বিশ্বাস কৰে। ঘৰখনৰ সুখ-শান্তিৰ বাবেই এই পূজা কৰা হয়।

**(১৬) শিৱৰাত্ৰী** ঃ- ফাগুন মাহত শিৱৰাত্ৰীৰ দিনা বেলগছৰ তলত চাকি-বন্তি জ্বলাই ধুপ-ধুনা দি শিৱৰ পূজা কৰে। এই দিনা বোলে ভগৱান শিৱই বেলগছত আহি বাস কৰে। পূজাত মাহ-প্ৰসাদৰ উপৰিও ভাং আৰু ভাঙৰ লাড়ু, ভাঙৰ গুটা আদি আগবঢ়ায়। সেই দিনা ভাং জাতীয় দ্ৰব্য খোৱাৰ ধুম উঠে। শিৱমন্দিৰ বোৰত খেলা বহে। শিৱভক্ত সকলে ৰাতি পুৱা সদায় গা-প ধুই, বেলগছৰ গুৰিত পানী ঢালি শিৱক আৰাধনা কৰে।

**(১৭) চড়ক পূজা ঃ-** বসন্ত কালত গছ বনত নতুন পাত ধৰে। চাৰিওফালে ফুল ফুলি আমোল-মোল কৰে। প্ৰকৃতি নতুন ৰূপত ৰূপায়িত হৈ পৰে। প্ৰকৃতি বিনন্দীয়া হৈ পৰে। মানুহৰ মনবোৰো প্ৰকৃতিৰ লগতে আনন্দময়ী হৈ পৰে। এই আনন্দৰ বশৱৰ্ত্তী হৈ চাহ জনজাতি সকলে আনন্দৰ পূজা "চড়ক পূজা" কৰে। চ'ত মাহৰ পঞ্চমী, সপ্তমী অথবা নৱমী তিথিৰ দিনা পুৱাই গা-পা ধুই, ধূপ-ধূনা জ্বলাই গোটেই ঘৰখন আমোল-মোলাই তোলে। পূজাত ঘৰৰ থানত দেৱতাৰ নামত মুৰ্গী বলি দিয়ে। দুদিন ধৰি এই পূজা চলে। প্ৰথম দিনা 'ন-খোৱা' আৰু দ্বিতীয় দিনা 'ফুল' পূজা বোলে। এই পূজাৰ পাছতহে আম খায়। তাৰ আগতে হেনো খাব নাপায়। এই পূজাক কিছুমানে "বেওচাৰলী পূজা" বুলিও কয়। খোৱা-লোৱাৰ মাজেৰে সমাপন কৰা ই এক আনন্দ মুখৰ পূজা।

**(১৮) মংলা পূজা ঃ** চ'ত মাহৰ পূৰ্ণিমা তিথিৰ আগৰ মংগলবাৰটোত এই মংলা পূজা কৰা হয়। চাহ জনজাতি সমাজৰ সকলো লোকে এই পূজা নকৰে। এই পূজা দিনৰ ভাগতে কৰি শেষ কৰা হয়। পূজাৰ বেদীত পাঁচ মুখীয়া মাটিৰ পাত্ৰ পানী ভৰাই ঘট পতা হয়। ঘটত পাঁচটা কাঠিত পাঁচটা ফুল গুজি দিয়া হয় পূজাৰ নামত ঘৰৰ ভিতৰত লালমুৰ্গী আৰু ঘৰৰ বাহিৰত ছাগলী বলি দিয়া হয়। পূজাত প্ৰসাদ হিচাপে পায়স, আখৈ, গুৰ আৰু চাউলৰ গুড়ি আদি ব্যৱহাৰ কৰা হয়। পূজাত ঝুপান উঠে। পূজাত একৈশটা বেলপাত বা সাল পাতত পূজাৰ ভোগ, পিতা-মাতা, নান-নানী, ধৰম মংলাকে আদি কৰি একৈশজন দেৱতাৰ নামত আগবঢ়োৱা হয়। ৰোগ-ব্যাধি, অপায় মংগলৰ পৰা হাত সাৰিবলৈ এই পূজা কৰা হয়।

দেখা যায় যে চাহ জনজাতি সমাজৰ লোকসকলে বছৰটোৰ প্ৰতিটো ঋতুতে কিবা নহয় কিবা পূজা পৰৱ পালন কৰে। চাহ জনজাতি সংস্কৃতিৰ পথাৰখন পূজা, পৰৱেৰে ভৰপূৰ। সেয়ে এইখন সমাজত "বাৰ মাসে তেৰ পূজা" বুলি কোৱা কথাষাৰ শুনা যায়।



# চাহ জনজাতি মহিলা সমাজ

চাহ বাগিচাৰ সমাজ বুলি ক'লে সাধাৰণতে চাহ বাগিচাত কাম কৰা লোকসকলকে পোনছাটে বুজায়। ই একেবাৰে চিধা কথা। সকলোৱে তাকেই বুজে। তাকেই জানে। পিছে সময়ৰ গতিত বিভিন্ন কাৰণত কিছু লোক বাগিচাৰ পৰা ওলাই আহি গাঁৱত থাকিবলৈ ল'লে। খেতি-বাতি আদি বিভিন্ন কামত ধৰিলে। লাহে লাহে বাগিচাৰ পৰা ওলাই আহি গাঁৱত থিতাপি লোৱা লোকৰ সংখ্যা বাঢ়িব ধৰিলে। গাঁৱৰ পৰিবেশত জীৱন-ধাৰণ আৰম্ভ কৰে। বাগিচাৰ পৰা বাহিৰত থাকিলেও বাগিচাৰ প্ৰতি তেওঁলোকৰ টান এটা থাকি যায়। বাগিচাৰ লগত সেই অতীত সম্বন্ধ থাকি যায়। প্ৰাক্তন চাহ মজদুৰ হিচাপে পৰিগণিত হয়। গতিকে বাগিচাৰ ভিতৰত থকা চাহ মজদুৰ আৰু বাগিচাৰ বাহিৰত থকা প্ৰাক্তন চাহ মজদুৰ এই দুয়োকে মিলাই চাহ জনজাতি সমাজ বুলি কোৱা হয়।

এতিয়া আলোচনা কৰিব খোজা চাহ জনজাতি মহিলা সমাজ মানে চাহ বাগিচাৰ ভিতৰ-বাহিৰ উভয়তে থকা সকলো মহিলাৰ কথাকে কোৱাৰ প্ৰয়াস কৰা হৈছে।

পুৰুষ আৰু মহিলা দুয়োকে লৈয়ে সমাজখন। দুয়োকে লৈয়ে জনসৃষ্টি। জনসৃষ্টি অবিহনে সমাজ বিকল। মানৱ সৃষ্টিৰ পাতনিৰে পৰা দুয়োৰে সম্পৰ্ক অতি ওচৰ। অতি নিবিড়। এটাক বাদ দি আনটোৰ কথা সামাজিক দিশত আলোচনা কৰিব নোৱাৰি। জনসৃষ্টিৰ দিশত দুয়োৰে অৰিহণা সমানভাৱে থাকিলেও দায়িত্ব বহনত মহিলাৰ কষ্ট সমাজ এখনত বেছি পৰিমাণে থকা পৰিলক্ষিত হয়। মাতৃত্বৰ গৌৰৱ অনুভব কৰি মহিলাসকলে এই কষ্ট সদায় হাঁহি মুখে বহন কৰি আহিছে। মহিলাই ঘৰ-সংসাৰ ধৰি ৰখাৰ উপৰিও পুৰুষৰ সেৱা-শুশ্ৰুষা কৰে। ল'ৰা-ছোৱালীৰ লালন পালন কৰে। তাৰ মাজতে কৰণীয় কৰ্তব্য সমাপন কৰি জীৱনৰ সুখ শান্তি বিচাৰি পায়। ইমানখিনি কৰাৰ পিছতো যেতিয়া মহিলাই আপোনজনৰ পৰা লাঞ্চিত, বঞ্চিত, প্ৰহৃত, উপেক্ষিত অথবা অৱহেলিত হ'বলগা হয় তেতিয়া মহিলাৰ অন্তৰাত্মা কান্দি উঠে নীৰৱে। শোকাভিভূত তপ্ত হুমুনিয়াই ওলাই আহে

অলক্ষিত ভাবে। ভাগি পৰা চকুৰেদি নিগৰি যায় তপত চকুলো।

মহিলা বৰ্ষ পাতি মহিলাৰ সম অধিকাৰ কোৱাৰ সময়তো, বিশ্বজুৰি মহিলাৰ জাগৰণ হোৱাৰ পৰতো চাহ জনজাতি মহিলা সমাজৰ মাজত তাৰ কোনো জোৱাৰ নাই। তাৰ কোনো প্ৰভাৱ নাই। অতি আচৰিত যে সেইখন সমাজৰ কথা বহল দৃষ্টিভংগীত আজিলৈকে কোনো সংগঠনে চিন্তা কৰিছে বুলি কোৱাৰ থল আমি বিচাৰি নাপাওঁ। ৰাজনীতি আগত ৰাখি কেতিয়াবা কোনো সংগঠনে হয়তো কোনো সভাত বক্তৃতাৰ ফুলজাৰি মাৰিব পাৰে। ই কোনো ডাঙৰ কথা নহয়।

চাহ জনজাতি মহিলা সমাজখন অন্যান্য মহিলা সমাজতকৈ বহু পিছ পৰা। কৰ্ম পদ্ধতিয়েই তাৰ মূল কাৰণ। লুটি আইন কুটি খোৱাই যাৰ দৈনন্দিন জীৱন। বাগান বস্তিয়েই যাৰ পৃথিৱী। পৃথিৱীখন কিমান বিশাল তাক তেওঁলোকে নাজানে। প্ৰগতিৰ কথা নাজানে। শিক্ষা-দীক্ষাৰ কথা নাজানে। পঢ়াৰ মূল্য নুবুজে। জ্ঞানৰ পোহৰৰ পৰা থাকি যায় বহু আঁতৰত। মাক-বাপেকে পুত্ৰ সন্তানক পঢ়াবৰ ইচ্ছা কৰিলেও কন্যা সন্তানক পঢ়াবৰ ইচ্ছা নকৰে। সেয়ে বোধ হয় কন্যা সন্তান জন্ম হ'লে 'চৌকা ফুকা' বুলি অভিহিত কৰে। বস্তিবাসী সমাজখন এই দিশত কিছু ব্যতিক্ৰম। বাহিৰৰ বাতাবৰণে তাত কিছু প্ৰভাব পেলাইছে।

চাহ জনজাতি মহিলাসকলৰ শিশু কালচোৱা মাকৰ কামত সহায় কৰা আৰু 'চেনা' অৰ্থাৎ কেঁচুৱা খেলাওতেই পাৰ হয়। মন খুলি হাঁহি ধেমালি কৰিবলৈ খুব কম সময় পায়। আন সমাজৰ কণ কণ ছোৱালী যেতিয়া হাতে হাতে পুথি ফলি লৈ স্কুললৈ যায় সেই সময়ত চাহ জনজাতি কণ কণ ছোৱালীহঁতে মাকৰ লগত চেনা খেলাবলৈ যায়। আনৰ দৰে স্কুলত গৈ পঢ়াৰ কথা চিন্তা কৰিব নোৱাৰে। বয়স বঢ়াৰ লগে লগে কামৰ চাহিদাও বাঢ়ি যায়। পঢ়াশুনাৰ কথা ক'ৰবাত থাকি যায়। ছোৱালী মানুহক পঢ়া শুনাৰ কৰাই লাভ নাই বুলি ভাবে। ফলত মহিলা সমাজখন শিক্ষা-দীক্ষাত একেবাৰে পিছ পৰা। নিৰক্ষৰতাৰ স্বাক্ষৰ বহন কৰি যুগ যুগ ধৰি এক শোষিত জীৱন অতিবাহিত কৰিব ধৰিছে। মাদলৰ তালে তালে বাস্তৱ জীৱনত চাহ জনজাতি মহিলাই যি দেখা পাইছে আৰু যি উপলব্ধি কৰিছে তাকেই জীৱনৰ পথ বুলি সাৱটি লৈছে। চাহাব, বাবু, কলঘৰ. লাইনৰ পাত তোলা হাজিৰা, বোনাচ, চিনেমা, লাওপানী, কাবুলী, কাঁয়াগোলা আৰু কামজাৰী ঘণ্টাৰ লগতে এশ এবুৰি হাইহাল্লাৰ মাজত ভৱিষ্যত জীৱনৰ সপোন দেখা এই মহিলা সকলৰ স্থান সমাজখনত সদায় পিছৰ শাৰীত। বোনাচৰ পইচাৰে দুৰ্গা



পূজাত নতুন নতুন শাড়ী ব্লাউজ লোৱা আৰু পূজা বাৰীত একে ৰাতিৰ ভিতৰতে ৩/৪ খনকৈ চিনেমা চাই ৰাতি পুৱাই দিয়া আনন্দ ফূৰ্তিবোৰ তেওঁলোকৰ জীৱনৰ অন্য এক ধাৰা। তাতকৈ আৰু বেছি ভাবিব নোৱাৰে। বাপেক মাকেও নাভাবে। কেৱল বয়স হ'লে সময়ত.বিয়া দি মাক বাপেকে লেঠা মাৰে। যেনে তেনে ঘৰৰ পৰা উলিয়াই দিব পাৰিলেই শেষ। ফলত বহুত সময়ত বিবাহিতা জীৱন দুখৰ হৈ পৰে। গিৰীয়েকৰ মাৰ কিল খাবলগাত পৰে। মদ খাই ঘৈণীয়েকৰ ওপৰত অমানুষিক অত্যাচাৰ উৎপীড়ন কৰে। চকু পানীয়েই যাৰ লগৰীয়া হৈ পৰে। নিজস্বতা সকলো হেৰাই যায়। হাড় ভগা পৰিশ্ৰমৰ মাজত সোমাবলগা হয়। শহুৰ শাহুৱেকৰ গালি শপনি শুনিবলগীয়া হয়। তাকে মহিলা জীৱনৰ ভাগ্যৰ ফল বুলি ধৰি লৈ নীৰৱে সকলো সহ্য কৰি চকুলো টুকি টুকি দিনবোৰ কেৱল পাৰ কৰি যায়। এইদৰেই চলিব ধৰে তেওঁলোকৰ নতুনত্ব বিহীন গতানুগতিক জীৱন। সেই গতানুগতিক জীৱনত থাকে গৰ্ভৱতী অৱস্থাতো কঠোৰ পৰিশ্ৰম কৰা আৰু জীয়াতু ভোগা ভগ্ন মনৰ বহু কথা। মহিলাসকলক সদায় পানীয় বস্তুৰ দৰে ব্যৱহাৰ কৰা হয়। তেওঁলোকৰ কোনো কথাতে বৰ গুৰুত্ব দিয়া নহয়। তেওঁলোকৰ জীৱনৰ মানদণ্ড উন্নত হোৱাৰ কথা চিন্তা কৰা নহয়। তেওঁলোকৰ জীৱন ধাৰাৰ পৰিবৰ্তন তথা শিক্ষা দীক্ষাৰ কথা ভবা হোৱা নাই। লাউ সদায় পাতৰ তলত থকাৰ দৰে তেওঁলোকো সদায় তলতেই পৰি আছে।

# চাহ জনজাতি সমাজৰ বিবাহ পদ্ধতি

বিবাহ কাৰ্যক চাহ জনজাতিসকলে চাদী বোলে। বিয়াৰ ৰীতি-নীতি, আচাৰ পদ্ধতি জাতি-ভেদে কিছু বেলেগ বেলেগ। বিবাহ পদ্ধতিৰ মাজত জাতি এটাৰ বংশ, মৰ্যদা, কৰ্ম আদিৰ পৰিচয় বহু পৰিমাণে বিচাৰি পোৱা যায়।

সাধাৰণতে ল'ৰা ঘৰৰ লোক ছোৱালী ঘৰলৈ ছোৱালী বিচাৰি যোৱাৰ নিয়ম। আজিকালি এই নিয়মৰ কিছু পৰিৱৰ্তন হোৱা দেখা গৈছে। ছোৱালীৰ সংখ্যাবৃদ্ধি আৰু ল'ৰাৰ কৰ্ম-সংস্থাপনহীনতাই পুৰ্বাচলিত নিয়মৰ পৰিৱৰ্তন ঘটাইছে। নিয়মমতে ছোৱালী ঘৰলৈ ছোৱালী বিচাৰি যাওঁতে ল'ৰাঘৰৰ পৰা দুই এজন বয়সীয়াল মানুহ যায়। ছোৱালী ঘৰ পোৱাৰ লগে লগে ল'ৰা ঘৰৰ প্ৰতিজন লোকক সেৱা কৰে আৰু ঘটি পানী দি কাঁহৰ থালিত ভৰি ধুৱাই দি সন্মান যাচে। এই কৰ্মফেৰা ঘৰৰ মহিলাসকলে কৰে। ইয়াক 'জল-ঘটি' দিয়া বোলে। কিছুমানে 'ঘটি-পানী' দিয়া বোলে। তাৰ পাছত জা-জলপান দি কুশল বাতৰি লয়। ৰাতি ভাত পানী খোৱাৰ পাছত বিয়াৰ বাবে ছোৱালী বিচাৰি অহাৰ কথা ওলায়। দুয়োপক্ষৰ কথা-বতৰা মিলিলে পিছদিনা পুৰা ওচৰ-চুবুৰীয়া মুৰব্বী লেখীয়া ইষ্ট-কুটুম্বৰ দুই চাৰিজনক মাতি কথা-বতৰা চিঙি বিয়া খাটাং কৰা হয়। ছোৱালী বিচাৰি গৈ ছোৱালী ঘৰত ৰাতি থকাটোক 'ৰাইতঘুমা' বুলি কয়। বিয়াৰ কথা খাটাং হ'লে কিছুমানে দুয়োপক্ষৰ মুখীয়ালৰ গামোচাত পাণ-তামোল বান্ধি ৰাইজলৈ আগবঢ়ায়। ইয়াৰ দ্বাৰা দুয়োপক্ষই সন্মতি প্ৰকাশৰ আভাস দিয়ে। ইয়াক 'গুৱা ভাঙা' বা 'গুৱা চুপা' বোলে। পাছত দিনবাৰ চাই কোনো এখ শুভ দিনত দৰাপক্ষই তিনি/ পাঁচ / সাতজনমান বিয়ুৰীয়া সংখ্যাৰ লোক গৈ কন্যাঘৰৰ ৰীতি -নীতিৰ মাজেৰে কন্যাক আঙঠি পিন্ধাই আহে। আঙঠি পিন্ধোৱা উপলক্ষে ছোৱালীক নতুনবস্ত্ৰ শাৰী-ব্লাউজ আৰু ফনী-আৰ্চি, খাৰু, আঙঠি,তেল,পাউদাৰ আদি প্ৰসাধনৰ সামগ্ৰী অৰ্পন কৰে। ইয়াক দধিভাৰ দিয়া বুলি কয়। পুৰা ঘৰ চোতাল সাৰিমচি চাফা কৰি ৰাইজৰ উপস্থিতিত চোতালত কন্যাক সেই দধিভাৰ বস্তুৰে সজাই পৰাই উলিয়াই আনে। চোতালত স্থাপন কৰা বেদীৰ চৌদিশে কন্যাক ৩/৫ বাৰ প্ৰদক্ষিণ কৰোৱাই



যথাস্থানত বহুৱায়। প্ৰদক্ষিণ কালত আগে-আগে মহিলা এগৰাকীয়ে পানী এঘটি লৈ অলপ অলপকৈ পেলাই যায়। ইয়াৰ দ্বাৰা কন্যাৰ প্ৰদক্ষিণ পথলৈ পৱিত্ৰতা কঢ়িয়াই অনা হয়। চাউল গুৰিৰে বেদীৰ ওপৰত বৰ্গক্ষেত্ৰ সদৃশ নক্সা তুলি সেন্দুৰৰ ফোট দিয়া হয়। সেই বেদীৰ ওপৰত কন্যাক বহিবলৈ পাৰিদিয়া পীৰাখনৰ ওপৰতো আলপ পানী অঁকা হয়। কন্যা বহাৰ পাছত দৰাপক্ষৰলোকে কন্যাক 'চুমান' কৰে। চুমানত এখন কাঁহৰ থালী বা ডলা অথবা কুলাত চাউল, দুবৰি, তুলসী, ঘিউ বা তেলৰ চাকি, তামোল পাণ আদি থয়। চুমান কাৰ্য শেষ হোৱাৰ পাছত খোৱা বোৱা কৰি সকলো ঘৰা-ঘৰি হয়। এই আঙঠি পিন্ধোৱা কাৰ্যক 'কন্যা দেখা' বা 'কাপোৰ পিন্ধা' বুলি কয়। সেইদৰে কইনা ঘৰৰ লোকেও এদিন দৰা ঘৰলৈ গৈ দৰাক 'কাপোৰ পিন্ধা' কাৰ্য কৰি আহে। ইয়াক 'বৰদেখা' বোলে। এই কাৰ্য কিছুমানে বামুণৰ দ্বাৰা আৰু কিছুমানে গাঁৱৰ সমাজত মুৰব্বী 'মাহত্ব'ৰ দ্বাৰা সম্পন্ন কৰে। 'কন্যা দেখা'ৰ দিনা কন্যা ঘৰত মানুহক আৰু 'বৰ দেখা'ৰ দিনা বৰঘৰত কন্যাঘৰৰ মানুহক মহিলাসকলে মনে মনে পিছফালৰ পৰা গাত হালধি পানী ছটিয়ায়। এই নিয়ম সম্প্ৰতি উঠি যোৱাৰ নিচিনা হৈছে। ইয়াৰ পাছত দুয়ো পক্ষৰলোক বহি বামুণৰ দ্বাৰা গণনা কৰি বিয়াৰ দিনবাৰ ঠিক কৰা হয়। দৰা-কন্যাৰ ৰাহি-যোৰা চোৱা বিয়াৰ এক অপৰিহাৰ্য অংগ। একে গোত্ৰৰ মাজত বিয়া নহয়। দৰা-কন্যাৰ জন্মবাৰত সচৰাচৰ বিয়া নাপাতে। জেঠ মাহত ঘৰৰ ডাঙৰ ল'ৰাৰ বিয়া নাপাতে। 'কন্যা দেখা' কৰি দেৰিকৈ বিয়া পতা সকলে পূজা-পাৰ্বণত কন্যাক নতুন বস্ত্ৰ দিয়াৰ নিয়ম আছে। কিছুমানে বিয়াত কন্যাৰ আগধন বা পণ দিয়াৰ ঠিক কৰে। কন্যাক সোণৰ অলংকাৰ আৰু জকমকীয়া দামী শাৰী বিয়াত দিয়ে ইয়াক।

চাৰি 'কন্যা-শাৰী' বোলে। কন্যাৰ মাক-মাহী-কাকী-পেহী-মামী-নানী আদি সকলোকে ভাগে ভাগে বিয়াত লালপাড়ী, বগাশাৰী দিয়াৰ নিয়ম। সেইদৰে বাবা-কাকা-মহা-পেহা-মামা-নানা আদিৰ বাবেও একোখনকৈ ধুতি দিয়াৰ নিয়ম। মাটিৰ কলহত তিনি/চাৰি কুৰি হিচাপত চাউলৰ গুৰিৰে বনোৱা পিঠা দিয়ে। ইয়াক,— 'আঠুৱা মিঠাই' দিয়া বুলি কয়। পিঠাৰ সলনি আজি কালি বুন্দিয়াৰ লাডু দিয়ে। এই মিঠাই এক নিৰ্ধাৰিত হিচাপত দিয়া হয়। আত্মীয়-স্বজন, মিতিৰ-কুটুম্ব, বন্ধু-বান্ধৱ সকলোকে বিয়ালৈ নিমন্ত্ৰণ কৰা ৰীতি-নীতি বেলেগ বেলেগ। কিছুমানে গোটা তামোল দি মাতে। কিছুমানে গোটা চুফাৰিত হালধি সানি মাতে। আজি-কালি চিঠি দিও মাতে। কিছুমানে হালধি সনা চাউল দি মাতে। কিছুমানে

ফলা চুফাৰি আৰু চাউলত হালধি সানি মাতে। ইত্যাদি।

বিয়া ঘৰৰ চোতালত ৰভা দি তাৰ তলত পাঁচটা খুটাৰে সৰু ৰঙা বা 'চামৰা' এখন পাতে। কিছুমানে চামৰাত ৯ টা খুটা পুতে। তাৰে এটা খুটা চামৰাৰ সোঁমাজত পাতে। চামৰাৰ ওপৰত আমডাল, বেলডাল আদি দিয়া হয়। চাৰিওফালে নাৰিকল ৰচাত আম পাত বান্ধি মেৰিয়াই দিয়ে। চামৰাৰ মাজৰ খুটাটোক কেন্দ্ৰ কৰি বেদী তৈয়াৰ কৰা হয়। খুটাটোত ধান খেৰৰ ৰছি মেৰিয়াই দিয়া হয় আৰু আমডাল গুজি দিয়া হয়। বেদীত ধেনু-কাঁড়, ফাৰচা (পৰশু কুঠাৰ) আদি গুজা হয় আৰু ধেনুত কেঁচা সূতা মেৰিয়াই তাত গুজা হয়। কিছুমানে ধেনু লেখিয়া বাঁহৰ কাঠীতো কেঁচা সূতা মেৰিয়াই তাত গুজা হয়। কিছুমানে ধেনু লেখিয়া বাঁহৰ কাঠীতো কেঁচা সূতা মেৰিয়াই গুজে। বেদীৰ কাষত কিছুমানে ধেনুকাঁড় আৰু কিছুমানে নাঙল থয়। মাটি কলহৰ ঘট দিয়া হয়। নাঙল থয়। মাটি কলহৰ ঘট দিয়া হয়। ঘটত ধান-পইচা আৰু আম পাত আদি দিয়া হয়। নতুন 'দেউৰী' বা পাচিত ধান থৈ তিনি/ পাঁচ কোনীয়া মাটিৰ চাকি জ্বলোৱা হয়। পদুলিমূৰত তোৰণ বা গেট দিয়া হয়। চামৰাৰ বেদী কিছুমানে ৰঙা মাটিৰে সাজে। ৰঙা মাটি নাপালে আন মাটিৰে সাজি ৰঙা ৰং দিয়ে। বিয়াৰ দিনা বিয়া কাৰবলৈ আহি দৰা পক্ষই প্ৰথমতে ৰীতি অনুযায়ী 'চামৰা'ৰ তলত বহি বিয়াত দিবলগীয়া বস্তুবোৰ কন্যা পক্ষৰ হাতত তুলি দিয়ে। কন্যাপক্ষই চাই চিতি বস্তুবোৰ চমজি লয়।

বিয়াত কিছুমানে কন্যাৰ গা-ধন বা পন হিচাপে পাঁচ সিকি পইচা লয়। মাকৰ গাখীৰ খুৱাই ছোৱালী ডাঙৰ-দীঘল কৰাৰ বাবদ এই 'পন-পইচা' লোৱা হয়। ভুমিজসকলে পন হিচাপে ছাগলীৰ লাদ দিয়ে। কন্যা ঘৰে যিমান কুৰি টকা আৰু কাপোৰ বিচাৰে সেই পৰিমানৰ ছাগলীৰ লাদ দিয়ে। দুটা পাতৰ 'দনাত' লাদ ভৰাই দিয়ে। এটা 'দনা-টকাৰ বাবে আৰু আনটো 'দনা' কাপোৰৰ বাবে দিয়ে। টকাৰ বাবে দিয়া দনাটোও লাদ বেছি দিয়ে আৰু কাপোৰৰ বাবে দিয়া দনাটোও লাদ ক'ম দিয়ে।

বিয়াৰ আগতে দৰা পক্ষই কন্যা ঘৰত গৈ 'লগন' আনে। তিনি/ পাঁচ/ সাত বা ন-দিনৰ আগতে গৈ 'লগন' আনে। লগন সদায় বিয়ুৰীয়া দিনৰ হিচাপত আনে। এখিলা আমপাতত হালধি লগোৱা চাউল, গোটা হালধি, আৰু বেলপাত বা দুবৰি বন দি দুয়ো পক্ষই পুৰাৰ ভাগত ৰীতি অনুসৰি চোতালত বহি দুটা 'লগনৰ টোপোলা' বান্ধে। দুয়ো পক্ষই পৰস্পৰৰ মাজত টোপোলা দুটা সলনা-



সলনি কৰে। টোপোলাৰ হালধিবোৰ লগনৰ দিনৰ হিচাপত সূতাৰে বান্ধি দিয়ে। অৰ্থাৎ যিমান দিনৰ লগন ধৰা হয় সিমানটা হালধি বন্ধা হয়। লগন লোৱাৰ পাছত দৰাপক্ষৰ লোক কন্যা ঘৰত আৰু নাথাকে। পোনে পোনে ঘৰলৈ আহে। ৰাস্তাত কাৰো ঘৰত নোসোমায়। ঘৰ পোৱাৰ লগে লগে ঘৰৰ মহিলা সকলে 'চুমান' কৰি 'লগন' টো ভিতৰলৈ নিয়ে আৰু লগন অনাসকলৰ ভৰি ধুৱাই দি খোৱা-বোৱাৰ ব্যৱস্থা কৰে। কন্যা ঘৰতো অনুৰূপ পালন কৰে। কিছুমানে লগনৰ দিনা ৰাতিপুৱা সাত ঘৰৰ সাতটো কুঁৱাৰ পৰা পানী আনি দৰাৰ ঘৰত দৰাক আৰু কন্যাৰ ঘৰত কন্যাক তিনি আলি বা চাৰি আলি সংগম স্থলত নি গা ধুৱায়। গা ধুই যি কাপোৰ পিন্ধে সেই কাপোৰ বিয়াৰ দিনা 'জল চাই অনা' পানীৰে গা ধুইহে বদলি কৰে। যিমান দিনৰ 'লগন' থাকে সিমান দিনলৈকে সদায় সন্ধিয়া পৰত মহিলাসকলে দৰা আৰু কন্যাক নিজৰ নিজৰ ঘৰত চোতালত বহুৱাই তেল-হালধি ঘঁহে। তেল-হালধি ঘঁহোতে গজাল নমৰা পিৰাত বহিবলৈ দিয়ে। প্ৰতিদিনে একোটাকৈ 'লগনৰ গাঠি' খোলে। গাঁঠি এখন হাতেৰে খোলাৰ নিয়ম। খোলাৰ আগতে কিছুমানে দৰা-কন্যা বহা আসনৰ চাৰিওফালে নৈবদ্য লৈ সাতবাৰ পানী ঢালি সাত পাক ঘূৰে। ঘূৰুতে সাতজন লোক থাকে। ইয়াৰ দ্বাৰা সাত পুৰুষৰ ওচৰত শুভ কামনা কৰা হয়। আত্মীয় স্বজনে কন্যা ভোজ দিয়াৰ নিয়ম জাতি-ভেদে আছে। লগনৰ দিন ধৰি বিয়া কাৰ্য শেষ নোহোৱা পৰ্যন্ত দৰা-কন্যাৰ লগত একোজন 'লগদীন (সহচৰ) থাকে। দৰাৰ লগত ভিনিহীয়েক আৰু কন্যাৰ লগত নবৌ অথবা 'নানী (আইতা) লগদীন হিচাপে থাকে। দৰা-কন্যাৰ লগতে লগদীন দুজনকো তেল-হালধি কিছু পৰিমানে ঘঁহে। প্ৰবাদ আছে যে মানুহে দৰা-কন্যাক খুব আদৰ-সাদৰ কৰা বাবে স্বৰ্গৰ দেৱতাসকলৰ ঈৰ্ষা লাগিব পাৰে আৰু ঈৰ্ষাত কিবা অনিষ্ট কৰিব পাৰে। গতিকে দেৱতাই কোনদৰা কোন কন্যা ধৰিব নোৱাৰে তাৰ বাবেই লগদীন ৰখা হয়। কিছুমানৰ মতে, আগতে বোলে দৰা-কন্যাৰ প্ৰেমত সহচৰ একোজনে খুব সহায় কৰিছিল। কিয়নো প্ৰেমৰ নামত বোলে প্ৰায়েই হাই-কাজিয়া, কটা-মৰা লাগিছিল। সহচৰে সেইবোৰ মিট-মাট কৰিব লগা হৈছিল। সেয়ে আজিও সেই তাহানিৰ সহচৰৰ কথা স্মৰণ কৰি সহচৰ ৰূপী লগদীন একোজন লগত ৰখা হয়। ভূত-প্ৰেত, অমংগল-অপদেৱতাৰ পৰা সাত সাৰি থকিবলৈ দৰা-কন্যাই লগত একোটা 'যাঁতি' বা চুৰি-কটাৰী ৰাখে।

যিখন বেদীৰ সমুখত বহুৱাই বিয়া পতা হয় সেই বেদীটো সম্পূৰ্ণ স্বকীয়

সামাজিক ৰীতি-নীতিৰে বন্ধা হয়। পবিত্ৰ স্থানৰ পৰা অনা মাটি মিহলাই বেদী সজা হয়। বেদীৰ মাজত গাঁত খান্দি তাত-তামৰ পইচা, পাণ-তামোল, চাউল, হালধি, অষ্ট-ধাতু আদি পোতা হয়। ইয়াক চামৰাৰ মাজত থকা খুটাৰ কাষত পোতা হয়। ইয়াকে 'মাডুৱা খুটা বোলে আৰু বেদীটোক 'মাডুৱা বেদী' বোলে। মাডুৱা খুটা আৰু মাডুৱা বেদী বিবাহ কাৰ্যৰ অন্যতম ঘাই বস্তু। চামড়াৰ সোঁ-মাজত এই মাডুৱা কৰা হয়। চামড়াৰ ওপৰত কিছুমানে বৰ, জৰী, আমলখী, হৰতকী আদি গছৰ ডাল-পাত জাপি দিয়ে। তিনি/পাঁচ আদি বিয়ুৰীয়া সংখ্যাৰ মাহিলাই চামড়াখন মোছে। ভিনিহী সম্পৰ্কীয় লোকে চামড়াৰ বেদীৰ খুটা বান্ধে। চামড়া মুছা আৰু চামড়াৰ বেদীৰ খুটা বন্ধাৰ বাবদ যথোচিত মাননি দিব লাগে। ই-এক পৰম্পৰা নিয়ম। মাডুৱা খুটাত বন্ধা পঞ্চঃ পত্ৰ খেতিৰ সুজলি, যুঁজৰ সজুলিবোৰে বেপাৰী, খেতিয়ক আৰু সৈনিক শ্ৰেণীৰ কথা মনত পেলাই দিয়ে। বেদীৰ চাৰিওকাষে চাৰিটা পোৰা কলহ আৰু সমুখত এটা ৰং নকৰা নোপোৰা কেঁচা কলহৰ মুখত ধান, আমপাত, নাৰিকল দি কেঁচা সূতাৰে বান্ধি ৰখা কাৰ্যক পৱিত্ৰ ভাবেৰে নতুন স্থাপন কৰিৰ খোজা সম্বন্ধৰ ৰছি ভাল যেন অটুট থাকে তাৰে নিদৰ্শন ডাঙি ধৰা হয় বুলি বিশ্বাস কৰে।

বিয়াৰ দিনা পুৱা কন্যাক নিজ নিজ ঘৰত বৌয়েক সম্বন্ধীয়লোকে গা-ধুৱাই নতুন কাপোৰ পিন্ধিবলৈ দিয়ে। ভনী সম্বন্ধীয় ছোৱালীবোৰে কুঁৱাত গৈ 'জল-চাহা' (পানীতোলা) কৰ্ম কৰে। 'পানী-কাটা' কৰ্ম ভিনিহী সম্বন্ধীয়লোকে কৰে। ক্ষৌৰ কৰ্ম নাপিতে কৰে। 'চিনাই-ফেৰা' কৰ্ম কৰাৰ পাছত কন্যা ঘৰলৈ যাবৰ বাবে দৰা সাজু হয়। দৰা-কন্যাক 'আম-মকুল' খুওৱা হয়। মাককে আদি কৰি মাহী-পেহী-কাকী-মামী আদি আপোনজন সকলে দৰা-কন্যাক কোলাত বহুৱাই আমগছ বা মহুৱা গছৰ তলত গুৰ-গাখীৰ শিশু সুলভ-ধৰণত খুৱাই অতীৱ আত্মীয়তাৰ পৰিচয় দিয়ে। তাৰ পাছত বিয়া ঘৰলৈ বৰ যাত্ৰীসকলে দৰাক লৈ যাত্ৰা কৰে।

'আম-মকুল' খোৱা প্ৰসংগত এটা প্ৰবাদ আছে। পুৰণি কালত পাটলি পুত্ৰ নামে এখন ৰাজ্য আছিল। তাৰ ৰাজকুমাৰীৰ উপযুক্ত বয়স হৈ যোৱা সত্বেও কোনো ফালৰ পৰা বিয়াৰ প্ৰস্তাৱ অহা নাছিল। এই কথাত ৰজা-ৰাণীৰ মনত বৰ দুখ। মনৰ দুখত এদিন ৰাজ-কুমাৰী অকলে চিকাৰ লৈ যায় আৰু চিকাৰ থলীত যিজন ৰাজকুমাৰকে লগ পাব তাকে পতিবৰণ কৰিব বুলি মনতে প্ৰতিজ্ঞা কৰি লয়।



কিন্তু দুখৰ বিষয় যে দিনটোৰ ভিতৰত চিকাৰ থলীত কোনো এজন ৰাজকুমাৰকে লগ নাপালে। ঘৰলৈ ওভতিবৰো সময় হ'ল। মনৰ ধিককাৰত আমগছ এজোপাকে পতি বুলি সাৱটি ধৰিলে। হিংস্ৰ জন্তুৰ পৰা খেদা খাই ভয়তে সেই গছ জোপাৰ ওপৰত এজন ৰাজকুমাৰ উঠি আছিল। ওপৰৰ পৰা সি ৰাজকুমাৰীৰসকলো কাণ্ড-কাৰখানা চাই আছিল। ৰাজকুমাৰ গছৰ পৰা নামি আছিল। দুয়োৰে দেখা দেখি হ'ল। নিৰ্জন বনত অকলশৰে দুয়ো দুয়োৰে চকুলৈ চালে। চাৰি চকুৰ মিলনত শিয়ৰি উঠিল দুয়োৰে গা-মন। দুয়ো দুয়োৰে ওচৰ চাপি যায় আৰু বিবাহ পাশত আবদ্ধ হয়। তাৰ ফলস্বৰূপে আম মুকল খোৱাৰ প্ৰচলন হয়। যিজোপা গছৰ তলত আম-মকুল খোৱা হয় সেইজোপা গছৰ ফল দৰা-কন্যাই কেতিয়াও খাব নাপায়। খালে হেনো ঘৰখনৰ অমংগল হয়।

বিয়াত দৰাই হাত-দীঘল বগা চোলা আৰু হালধি ৰং লগোৱা ধুতি পিন্ধে। মূৰত মৌড় পিন্ধে আৰু ডিঙি, কান, হাত, আদিত সোণৰ অলংকাৰ পিন্ধে। কিছুমানলোকৰ দৰাই মূৰত পাগুৰি মাৰে।

বাদ্য যন্ত্ৰ হিচাপে ঢাক-ঢোল,মাদল, ধুমচা, চাহ নাই, মদনভেৰি আদি বিয়াত বজোৱা হয়। আজিকালি মাইক আৰু বেণ্ড আদিও বজায়। কিছুমানে 'চুমানৰ পাছতহে বাদ্য বজায়। কিছুমানে পদূলি মূৰত বাদ্য বজাই নিমন্ত্ৰিতসকলক আদৰে। কিছুমান স্বজাতি নিমন্ত্ৰিতলোক আহোতে লগত ছাগলী, চাউল, মুড়ি, মদ, কাপোৰ আদি আনে। ইয়াক 'বেভাৰ' বা 'নেওতা' অনা বোলে। এই লোকসকলক দৰা-কইনাই নিজ হাতে তেল-হালধি ঘঁহি ভৰি ধুৱাই দি সন্মান যাচে। 'বেভাৰ'ক কিছুমানে 'কনুৱা' বা 'দেওৰী' অনা বুলি কয়।

বিয়া কৰাবলৈ যাওঁতে দৰাৰ লগত এজন যুদ্ধ বেশী নৃত্য-শিল্পী যায়। তেওঁ মূৰত ৰং-চঙীয়া পাগুৰী, পাগুৰীত-পাখী, গাত বিবিধ ৰঙৰ ফিতা, কাপোৰ, ভৰিত ফিতা সহ জুনুকা আৰু হাতত ঢাল তৰোৱাল লৈ ঢাঁক-ঢোলৰ ছেৰে-ছেৰে নাচি-বাগি যায়। এই নৃত্য-শিল্পী গৰাকীক 'নটুৱা' আৰু নৃত্যটোক নটুৱা নৃত্য বোল। এই নাচ কেৱল বিয়াতহে নাচে। ই চাহ জনজাতি সমাজৰ এক বৈশিষ্ট পূৰ্ণ স্বকীয় নৃত্য। বাজনাৰ তালে সম্পূৰ্ণ যুদ্ধং-দেহী ভংগীমাৰে নচা এই নটুৱা নৃত্যক কিছুমানে 'জমিদাৰ নাচ' আৰু কিছুমানে 'পাখ-খেলা নাচ' বোলে। কইনা ঘৰৰ পদূলি মূৰত কইনাপক্ষৰ নটুৱাই দৰা পক্ষৰ নটুৱাক আগভেটা দি ধৰে। দুয়োৰে মাজত নাচৰ প্ৰতিযোগিতা চলে। প্ৰবাদ আছে যে আগতে জনসংখ্যা

ক'ম থকা কালত বিয়াত আজিৰ দৰে গাড়ী-মটৰ নিয়া নাছিল। ৰাস্তা-পদূলিও ভাল নাছিল। চাৰিওফালে আছিল হাবি-জংঘল। তেতিয়া পাল্কী বা ছৈ-দিয়া গৰু গাড়ীত দৰাক বহুৱাই ৰাইজ খোজ কাঢ়ি গৈছিল। যাওঁতে বাটত কেতিয়াবা চোৰ-ডকাইত আৰু হিংস্ৰ জন্তুৰ মুখা-মুখী হৈ যুঁজ কৰিব লগা হৈছিল।

তাৰে প্ৰতীকস্বৰূপে আজিও বৰ যাত্ৰীৰ লগত নটুৱা এজন লৈ যোৱাৰ প্ৰথা চলি আছে। নটুৱাৰ অভাৱত লাহে লাহে নটুৱা-নাচ কমি অহা দেখা গৈছে। কইনা ঘৰত দৰা আহি পোৱাৰ লগে লগে খুল-শালিহঁতে দৰাৰ ভৰি ধুৱাই দিয়ে। শাহুয়েকে ৰীতি-অনুসৰি চুমান ধৰি দৰাক আদৰে। দৰাই শাহুক 'শাসলড়া' অৰ্থাৎ মিঠাইৰ টোপোৰা দি সন্মান যাচে। ইতিমধ্যে কইনা ঘৰত 'জল-চহা' কাৰ্য সমাপন কৰি কইনাক গা-পা ধুৱাই নতুন সাজেৰে সজাই পৰাই কইনাৰ কোলাত তিনিবাৰ 'শিল-পাটা' বা পাটগুটি দিয়া লোৱা কৰে। কইনাক ভিতৰত নি ঘৰৰ চুকত লুকাই ৰাখে। দৰাপক্ষই বিচাৰি উলিয়াই আনি হোমৰ গুৰিত বহুৱাব লাগে। দিগ্‌দাৰ কৰিবৰ কাৰণে কইনা বহা পাচীটোত গধুৰ শিল এচটা দি দিয়ে। আন্ধাৰ ঘৰৰ পৰা কইনা উলিয়াই অনাৰপৰত মহিলাৰ হাতত ফুকৰনীৰ মাৰ, বেজীৰ খোচ, পটা-গুটিৰ খুন্দা আদি খাব লগা হয়।

দৰা-কইনাক চোতালত চামড়াপতা বেদীৰ আগত বহুৱাই হোমপুৰি বামুণৰ দ্বাৰা বিয়া কাৰ্য-সম্পাদন কৰে। হোম যজ্ঞৰ পাছত 'সিন্দৰাদান' হয়। সিন্দৰা দানত নতুন কাপোৰৰ আঁৰত দৰাই কন্যাৰ মূৰত সেন্দুৰ ঘঁহে। লগেলগে উপস্থিত ৰাইজে থিয় হৈ দৰা-কইনাৰ গালৈ চাউল চটিয়াই আশীৰ্বাদ দিয়ে। কিছুমানে অগ্নিক সাক্ষী কৰি সমাজৰ মুখীয়ালৰ দ্বাৰা বিবাহ-কাৰ্য সমাপন কৰে। তেওঁলোকে ধূনাৰ লগত আখৈ মিহলাই হোম পোৰে। কিছুমানে আকৌ হোম নুপোৰে। কেবল চাউল চটিয়াই সিন্দৰা দানেৰে বিবাহ-কাৰ্য সম্পাদন কৰে। কিছুমানে দৰা-কইনাৰ মাজত তিনিডাল আঁচ মাৰি চাউল চটিয়াই মাডুৱা বেদীত বহিবলৈ দি 'ৰিন-কি-মৰা' প্ৰথাৰে বিবাহ কাৰ্য সম্পন্ন কৰে।

হোমৰ অন্তত বেদীৰ চাৰিওফালে দৰা-কইনাই সাতবাৰ প্ৰদক্ষিণ কৰে। প্ৰদক্ষিণ কালত দৰা-কইনাই 'লগদীন'ৰ হাতত ধৰি লয় আৰু ঘটিত পানী লৈ মাটিত অলপ অলপকৈ পেলাই যায়। কিছুমানে মূৰোতে তামোল-পাণ গছকি যায়। ইয়াক 'সপ্তপদী' বোলে। সাত জনমৰ কথা চিন্তা কৰি দৰাৰ ঘৰলৈ অন্য এক বংশৰ মাজলৈ প্ৰৱেশ কৰাৰ ৰীতি মানি লৈ এই প্ৰথাৰ প্ৰচলন বুলি ক'ব পাৰি।



দৰাই মাননি নিদিয়ালৈকে ছোৱালীহঁতে দৰা-কইনাক ভিতৰ সোমাবলৈ দুৱাৰ খুলি নিদিয়ে। মাননি পালেহে দুৱাৰ খুলি দিয়ে। ইয়াৰ আগতে চামড়া তলত খুলশালিয়েকে দৰাক চামড়াৰ খুটাত ধুতি বা গামোচাৰে বান্ধে। দৰাই তেতিয়া খুলশালিয়েকক ধুতি এখন দি মধুৰ সম্পৰ্ক গঢ়ি মিঠা-মিঠা কথাকৈ ফুচুলাই বান্ধ মোকলাই লয়। ইয়াক 'চালা ধুতি লুটা' বোলে। কিছুমানে 'শলাবিধা' বোলে। চালাধুতি লুটুতে ইজনে সিজনৰ গালৈ চালা-ভিনিহীৰ মাজত তামোলৰ পিক পেলোৱাৰ নিয়ম আছিল। ইয়াক পূৰ্বকালৰ কাজিয়াৰ সৃষ্টি কৰা অন্যতম মাধ্যম বুলি ক'ব পাৰি। কেতিয়াবা ভিনিহীয়েকৰ কান্ধতো উঠি ভিনিহীয়েকক ঘোঁৰাৰ দৰে ব্যৱস্থাৰ কৰা দেখা যায়। এইবোৰ নিয়ম আজি কালি প্ৰায় উঠি গৈছে।

দৰা-কইনাক ভিতৰলৈ নি বহিবলৈ দিয়া ঠাইত আলপনা আৰু পুৰুষ মহিলাৰ চিত্ৰ অংকন কৰা হয়। ইয়াতে দৰা-কইনাই চুৰি কটাৰী বা আঙঠি সলায়। কইনা ঘৰত দৰাই মাননি নোপোৱালৈকে নেখায়। কইনায়ো সেইদৰে দৰা ঘৰত মাননি নোপোৱালৈকে নেখায়।

বিবাহ কাৰ্য সমাধা নোহোৱা পৰ্যন্ত দৰা ঘৰীয়া লোকক একো খাবলৈ নিদিয়ে। এই নিয়ম আজি কালি আৰু নাই। দৰাপক্ষ গৈ পোৱাৰ লগে লগে কন্যা পক্ষই তেওঁলোকৰ আলপৈচান ধৰে। আগতে বিবাহ কাৰ্য দুৰাতি ধৰি চলিছিল। এতিয়া এক ৰাতিতে সকলো কাম সমাধা কৰা হয়। কিছুমানে এঘটি পানী কলপাতেৰে ঢাকি দৰাপক্ষৰ আগত থিয় হৈ খাবলৈ আহিবৰ কাৰণে অনুৰোধ কৰে। সেই অনুৰোধ ৰক্ষা কৰি দৰা পক্ষই খোৱা-বোৱা কৰে। সকলোবোৰ ৰীতি কৰ্ম সমাধা হোৱাৰ পাছত চোতালত বেদীৰ সমুখত দৰা-কন্যাক বহুৱাই চুমান পাতে। চুমানত যাৰ যি উপহাৰ দিবলগীয়া থাকে দৰা-কন্যাক দিয়ে। দৰা-কন্যাৰ লগত বহা 'লগদীন' বোৰেও দুই চাৰি টকা বকচিচ পায়। কন্যা বিদায়ৰ সময়ত কন্যাই মাকৰ লগত আঁচল ৰাখি পাঁচবাৰ চাউল এমুঠি সলনা-সলনি কৰি লক্ষ্মীৰ নামত উছৰ্গা কৰি আহে। বিদায়ৰ মুহূৰ্ত সদায় করুন। কন্যা ঘৰৰ সকলোৰে মনত বিষাদৰ ছাঁ পৰে। মহিলাসকলে কন্যাক সাৱটি হুৱা-হুৰে কান্দে। কান্দোনৰ যেন শেষ নাই। আঁহোতে কন্যাই ননদৰ বাবে শাৰী-ব্লাউজ মিঠাই পইচা আদি বান্ধি টোপোলা লৈ আহে। ননদে পদূলি মুখত নবৌয়েকক প্ৰথম ভৰি ধুৱাওতে এই টোপোলাটো মৰমেৰে ননদক উপহাৰ দিয়ে। ইয়াক 'ননদ-পেটাৰি' বোলে। দেওৰ থাকিলে সিহঁতৰ বাবে ধেমালিৰ মতলবেৰে মিঠাইৰ লগত লাও-কোমোৰা আলু-

কচু-বেঙেনা আদিৰ টুকুৰা বান্ধি দিয়ে।

দৰা ঘৰতো অনুৰূপ চুমান বহে আৰু ৰাইজে দৰা কন্যাক উপহাৰ প্ৰদান কৰে। ইয়াতে কন্যাক চিৰদিনৰ বাবে বিয়াৰ অতি মূল্যবান চিন স্বৰূপলোহাৰ খাৰু পিন্ধোৱা হয়। কিছুমানে চুমানৰ আগতে বোকা খেল খেলে আৰু নদীলৈ গৈ গা-পা ধুৱাৰ লগতে দৰা-কন্যাৰ মাজত ঘটি লুকা-লুকি খেল খেলে। কিছুমানেচোতালত গাঁত খান্ধি বোকা কৰি তাত আঙঠি লুকা লুকি খেলে। নদীৰ পৰা গা-ধুই ঘুৰোতে কন্যাই আগে আগে আমপাত এখিলা বা লাও এটুকুৰা দি আহে আৰু দৰাই কাঁড় মাৰি তাক লক্ষ্য ভেদ কৰে। কন্যাই প্ৰতিবাৰে কাঁড় বুটলি আনি দৰাৰ হাতত দিয়ে আৰু গুৰ-গাখীৰ খুৱাই নিজ আচলৰে দৰাৰ মুখ মুচি দিয়ে। ইয়াক 'মৃগচিকাৰ' কৰা বুলি কয়। কিছুমানে বিয়াৰ তৃতীয় নিশা ফুল শয্যা পাতে আৰু অষ্টম দিনা আঠ-মঙলা খোৱা নিয়ম পালন কৰে। ভিনিহীয়েকে বিয়াৰ পিছদিনা মাডুৱা ভাঙি নদীত উটুৱাই আহে। কন্যা ঘৰৰ মাডুৱা দৰাই গৈ ভাঙি অহাৰ নিয়ম কিছুমানৰ মাজত আছে। বিয়াৰ পিছতে কিছুদিনৰ বাবে কন্যা মাকৰ ঘৰত থকাৰ নিয়ম। পিছত দৰাই ৰুটি-পিঠা বা মিঠাই লৈ আৰু লগত দুজনমান মানুহ সহিত গৈ এৰাতি থাকি কন্যাক লৈ আহে। কন্যাই দৰাক এৰি মাকৰ ঘৰত থকাটোক 'সং-ছাড়া' বোলে। আগতে ভাদ মাহত গৈহে প্ৰথম কন্যাক মাকৰ ঘৰৰ পৰা অনাৰ নিয়ম আছিল। ইয়াক 'লিমান' কৰা বুলিছিল। এতিয়া এই নিয়ম প্ৰায় উঠি গৈছে।

বিয়াৰ কিছুদিনৰ পিছত দৰা-কন্যাৰ উভয় পিতৃয়ো ইজনে সিজনৰ ঘৰলৈ খোৱাৰ নিয়ম কিছুমানৰ মাজত আছে। ইয়াক 'বেহাইভেট' বা 'সমৃধিভেট' কৰা বুলি কয়। সেইদৰে কন্যাৰ সন্তান জন্ম হ'লে প্ৰথম কন্যাৰ সাচি যায় দৰাৰ ঘৰলৈ। ইয়াক 'বেহাইন দেখা' বোলে। বেহাইন দেখাত ওচৰ-চুবুৰীয়াৰ স্বজাতি মহিলাক নিয়ন্ত্ৰণ কৰি জা-জলপান খুৱায়। অনুৰূপ বেহাইন দেখা কন্যা ঘৰতো হয়।

বিধবা বা স্বামী তিৰোতাই বিয়া পাতিব খুজিলে কৰিব পাৰে যদিও সাধাৰণতে পতা বিয়াৰ দৰে বাহুল্য আকাৰত পতাৰ নিয়ম নাই। সামান্য নীতি-নিয়মৰ মাজেৰে মানুহ মাতি ঢাক-ঢোল বজাই দৰাই নতুন বস্ত্ৰ পিন্ধি মানুহ গৰাকীক লৈ যায়। নিওতে কিছুমানে ফুলৰ পাহিৰে মানুহ জনীৰ মূৰত সেন্দুৰৰ বোল দিয়ে। ইয়াক সাংগী বা সাংঘাছাদি বোলে। বিয়া নেপাতি সংসাৰ পতাসকলে পাছত বুঢ়া-ছাদি



পাতে। বাল্য বিবাহ পতাসকলে পিছত 'গাওনা' অনুষ্ঠান পাতি দৰাই কইনাক লৈ আহে।

চাওঁতাল সকলে দৰা-কন্যাক মূৰত তুলি কাপোৰেৰে ঢাকি ধৰে আৰু তেতিয়া দৰাই কন্যাৰ মূৰত সাতখিলা শালগছৰ পাতেৰে সেন্দুৰ দিয়ে। কন্যায়ো দৰাৰ কপালত অনুৰূপ সেন্দুৰৰ ফোট দিয়ে আৰু বিবাহ কাৰ্য সমাধা কৰে। পৰজাসকলে দৰা-কন্যাক বহুৱাই সিহঁতৰ বলৈ চাউল ছটি যায়। সেই চাউল খিনি কুকুৰা এজনীক খাবলৈ দি তাৰ গাৰ পাখি চিঙি দৰা-কন্যাৰ মূৰত গুজি দিয়ে। পাছত দৰা-কন্যাৰ আঙুলি দুটা বান্ধি বিবাহ কাৰ্য সমাপন কৰে। গণ্ডসকলৰ মাজত বিয়াত কন্যা ঘৰত দৰাই বিচনি দলিয়ায়। দৰা-কন্যাক কৃষি সজুলিৰ ওপৰত বহুৱায় আৰু তাতে গা-ধুৱাই 'সিন্দৰাদান' অনুষ্ঠান পাতি বিবাহ কাৰ্য সমাপ্ত কৰে। মুণ্ডা সকলৰ মাজত বিয়া কৰাবলৈ দৰা পক্ষ কন্যা ঘৰলৈ নেযায়। কন্যা পক্ষহে কন্যা সহিত বিয়া কৰিবলৈ দৰা ঘৰলৈ কন্যা সহিত বিয়া কৰিবলৈ দৰা ঘৰলৈ অহাৰ নিয়ম। দৰা ঘৰৰ বেদীত বহি বিয়া পাতে। কন্যা যাত্ৰী যাওঁতে নাচি-বাগি বাজনা বজাই সদলবলে যায়। দৰা ঘৰৰ পদূলিত দৰা পক্ষই দৰা সহিত নাচি-বাগি কন্যা আদৰে। কন্যা পক্ষৰ কিছুলোক চুক্তি অনুসাৰে দিব লগা কন্যাৰ গা-ধন আৰু যৌতুক লৈ গুচি যায় আৰু কিছুমান কন্যাৰ লগত থাকি বিবাহ কাৰ্য সমাপন কৰে। বিয়াত মদ-লাওপানী চলে।

চাহ জনজাতিসকলে বিয়াত কৰ্মক্ষন অনুযায়ী বিয়া গীত গোৱা দেখা যায়। কাপোৰ পিন্ধা, লগন ধৰা, জল-চহা, চিনাই কৰা, হালধি ঘঁহা আদি বিভিন্ন সময়ত বিভিন্ন তাল-মান-সুৰৰ বিয়া-গীত বা ছাদি গীত গায়। দৰা-কন্যাক যোৱা নামেৰে বহু ধৰণৰ ঠাট্টা-মস্কৰা কৰা হয়। ই পক্ষই সিপক্ষক গীতৰ মাজেৰে গালি পৰা পৰি হয়। কিছুমানে হিয়াত দমকইচ নাচ নাচে। বহু সময়ত দৰা কন্যাক দেৱ-দেৱী, ৰাধা-কৃষ্ণ, সীতা-ৰাম আদিৰ লগত তুলনা কৰি বিয়া গীতবোৰ গোৱা হয়। কিছুমানৰ বিয়াত মহিলা সকলৰ প্ৰাধান্য বেছি থকালৈ অনুভৱ কৰি 'ছাদী ঘৰে মাইকী ৰাজা' বুলি অতিষ্ঠ ভাবেৰে ব্যক্ত কৰা শুনা যায়।

বিবাহ সম্পৰ্কত দিয়া ওপৰৰ আভাসখিনিয়ে চাহ জনজাতি সমাজৰ মাজত থকা সকলোবোৰ জাতি উপজাতিৰ গুৱাভাঙা বা গুৱা চুপা বোলে। বিবাহ কাৰ্যৰ পূৰ্ণ চিত্ৰ দাঙি ধৰিব পৰা হোৱা নাই। ভিন্ন জাতিৰ ভিন্ন ৰীতি বিৰাজমান। সামগ্ৰীক ভাবে চকুত পৰা প্ৰচলিত ৰীতি-নীতিৰ কথাখিনিহে কোৱা হৈছে। তাৰে

বহুতো কথা অজানিতে বাদো পৰি যাব পাৰে। বিবাহ পদ্ধতিৰ বিষয়ে যিখিনি কথা জনা গৈছে তাকেহে ইয়াত ব্যক্ত কৰা হৈছে ঃ—

বিয়াগীত ঃ

হলদি হলদি পুৰা
পাটনা ৰাইগিৰি চন্দনাৰে,
কেনে তৰা হলদি চড়াই,
সীতা মায়ে তৰা হলদি চড়াই
সীতা-ৰাম তৰ সংগতি গ'।
বাট গ' চান্দেৰ ধনী
দৰা কচা হলুদ,
কন শালি বাটেছিল
দৰা কচা হলুদ।
কন্যা ঘৰেৰ হলুদ তেল
মা মহ মহ কৰে,
বৰ ঘৰে হলুদ তেল
মা ফাপুন্দা বাছায়।।

(— এই ফাকি, গীত দৰা-কন্যাক তেল-হালধি ঘঁহাৰ সময়ত গোৰা হয়। তেল-হালধি বিয়াৰ সমন্বয়ৰ প্ৰতীক। ফুৰ্তিৰ ছলতে কন্যা ঘৰৰ হালধি ভাল আৰু দৰা ঘৰৰ হালধি বেয়া বুলি কোৱা হৈছে।)



# চাহ বাগিচাত ট্ৰেড ইউনিয়ন

১৯১৯ চনত আন্তৰ্জাতিক ৰাষ্ট্ৰীয় সন্থা (UNO) ৰ দ্বাৰা আন্তৰ্জাতিক শ্ৰমিক সন্থা (ILO) গঠন কৰা হয়। ইয়াত চৰকাৰ, মালিক আৰু শ্ৰমিকৰ পৰা প্ৰতিনিধি লোৱা হয়। ভাৰতবৰ্ষততেতিয়ালৈকে কোনো শ্ৰমিক সংগঠন নাছিল। ফলত ভাৰতৰ শ্ৰমিকে তাত প্ৰতিনিধিত্ব পোৱা নাছিল। গতিকে ভাৰতৰ পৰা শ্ৰমিকে প্ৰতিনিধি পঠিয়াবৰ কাৰণে ভাৰতত শ্ৰমিক সংগঠনৰ অনুভৱ কৰা হয়। ইয়াৰ মাজতে শ্ৰমিকৰ সুখ-দুখ আৰু আৰ্থ-সামাজিক আদি বিভিন্ন দিশৰ উৎকৰ্ষ সাধন কৰাৰ কথা নিহিত হৈ আছে।

ইয়াৰ কিছুদিনৰ পিছত ভাৰতবৰ্ষৰ বিভিন্ন ঠাইত বিভিন্নজনৰ নেতৃত্বত কিছুমান শ্ৰমিক সংগঠনৰ জন্ম হয়। এনে ধৰণৰ ৬২ খন শ্ৰমিক সংগঠন একেলগ কৰি নিখিল ভাৰত ট্ৰেড্ ইউনিয়ন কংগ্ৰেছ (AITUC) গঠন কৰা হয়। ইয়াৰ মুঠ সভ্য-সংখ্যা আছিল ১,৪০,৮৫৪ জন। ইয়াৰ উদ্বোধনী সভাত সভাপতিত্ব কৰিছিল লালা ৰাজপট ৰায় আৰু বিশিষ্ট অতিথি হিচাপে উপস্থিত আছিল মতিলাল নেহৰু, মহম্মদ আলী জিন্না প্ৰমুখ্যে  কেবাগৰাকীও বিখ্যাত নেতা।

নিখিল ভাৰত ট্ৰেড ইউনিয়ন কংগ্ৰেছ জাতীয় পৰ্যায়ৰ শ্ৰমিক সংগঠন গঠন হোৱাৰ পিছত সময়ত অন্য এক পটভূমিত ৰাষ্ট্ৰীয় মজদুৰ কংগ্ৰেছ (INTUC) গঠন কৰা হয়। সময়ৰ গতিত (AITUC) সম্পূৰ্ণভাবে কমিউনিষ্ট দলৰ হাতলৈ যোৱাত কংগ্ৰেছ দলে INTUC ৰ জন্ম দিব লগা হয়। ফলস্বৰূপে শ্ৰমিকৰ মাজত দুখন সমান্তৰাল সংগঠন চলিব ধৰে। এখন কমিউনিষ্টৰ দখলত আৰু এখন কংগ্ৰেছৰ দখলত। জন্মলগ্নৰে পৰা দুয়োখন ৰাজনীতিৰ কবলত। AITUC ৰ জন্ম হয় ১৯২০ চনত আৰু INTUC ৰ জন্ম ১৯৪৭ চনৰ ৩ মে'ত।

এটা সময়ত ব্ৰহ্মপুত্ৰ উপত্যকাত AITUC ৰ প্ৰভাৱ যথেষ্ট আছিল। চাহ-শ্ৰমিকৰ মাজত ইয়াৰ প্ৰভাৱ বাৰুকৈয়ে পৰিছিল। এই সংগঠনৰ অসম শাখাই শ্ৰমিক শ্ৰেণীৰ মাজত এক জাগৰণৰ সৃষ্টি কৰিছিল। এক শক্তিশালী বনুৱা সংগঠনৰ ৰূপত পৰিচিত হৈছিল। ইয়াৰ অধীনত প্ৰথম চিলেট কাছাৰ চাহ-শ্ৰমিক ইউনিয়ন

গঠিত হৈছিল, উজনি অসমত (১) ৰাজমাই চাহ কোম্পানী শ্ৰমিক সংঘ (২) গ্ৰীণ উড চাহ কোম্পানী শ্ৰমিক সংঘ (৩) মাকুম চাহ কোম্পানী শ্ৰমিক সংঘ (৪) অসম চাহ কোম্পানী শ্ৰমিক সংঘ আদি গঠিত হয়। AITUC ৰ অসম শাখাৰ প্ৰথম অধিৱেশন বহে ১৯৫৩ চনত ডিব্ৰুগড় চহৰত। ১৯৪৫ চনত অধ্যাপক প্ৰভুদাস মাৰিক চাবোৱানৰ নেতৃত্বত 'অসম চাহ-শ্ৰমিক সন্থা' গঠিত হয়। ই বিশেষ প্ৰসাৰতা লাভ কৰিব নোৱাৰিলে। বেছি দিন তিষ্ঠি থাকিবও নোৱাৰিলে। এদিন 'অসম চাহ বাগিচা মজদুৰ ইউনিয়ন' নামেৰেও এটি সংগঠন এইখিনি সময়তে জন্মলাভ কৰে যদিও স্থায়ী হ'ব নোৱাৰি কম দিনৰ ভিতৰতে মৃত্যুমুখত পৰে।

INTUC ৰ জন্ম ১৯৪৭ চনৰ ৩ মে' তাৰিখে হোৱা বুলি আগতে কোৱা হৈছে। ইয়াৰ অসম শাখা গঠন কৰা হয় সেই বছৰৰে ৩ ছেপ্টেম্বৰ তাৰিখে। গঠন হয় অসমৰ তেতিয়াৰ ৰাজধানী চিলঙত। অসম বিধানসভাৰ কক্ষত। এই অসম শাখাৰ অধীনত সেইবছৰৰে ডিচেম্বৰ মাহত "অসম চাহ মজদুৰ সংঘ' নাম দি এখন তদৰ্থ সমিতি গঠন কৰা হয়। ইয়াৰ সভাপতি হয় কংগ্ৰেছ বিধায়ক স্বৰ্গীয় চানু খেৰীয়া। খেৰীয়া গোলাঘাটৰ লোক। দেখা যায় INTUC য়ে যিদৰে ৰাজনীতিৰ ছত্ৰছায়াত জন্মলাভ কৰে সেইদৰে ইয়াৰ অন্তৰ্গত অসম চাহ মজদুৰ সংঘয়ো জন্মলাভ কৰে ৰাজনীতিৰ ছত্ৰছায়াত। জন্মলগ্নৰে পৰা দলীয় ৰাজনীতিৰ গোন্ধ বিৰাজমান। কিন্তু এটা কথা ঠিক যে অসম চাহ মজদুৰ সংঘই খুব কম দিনৰ ভিতৰত শ্ৰমিকৰ মন জয় কৰি অসমৰ বিভিন্ন ঠাইত খোপনিপুতি প্ৰসাৰতাৰ ক্ষেত্ৰত সফল হয়। প্ৰায় দুবছৰমানৰ ভিতৰতে অসমৰ বহু ঠাইত ইয়াৰ শাখা সংঘ গঠন হয়। সেই শাখা সংঘবোৰ ভিতৰত (১) তেজপুৰ জিলা চাহ-মজদুৰ সংঘ (২) গোলাঘাট জিলা চাহ-মজদুৰ সংঘ (৩) শিৱসাগৰ জিলা চাহ-মজদুৰ সংঘ (৪) ডিব্ৰুগড় জিলা চাহ-মজুদৰ সংঘ (৫) পানীতোলা চাহ-মজদুৰ সংঘ (৬) দিহা চাহ বাগিচা মজদুৰ সংঘ (৭) ধলী চাহ বাগিচা মজদুৰ সংঘ (তিতাবৰ) (৮) কঠালগুৰি আৰু ৰূপাজুলী চাহ বাগিচা মজদুৰ সংঘ (তেজপুৰ) (৯) দিঁৰৈ চাহ বাগিচা মজদুৰ সংঘ (মৰাণ) আৰু (১০) ডালিম খনিকৰ চাহ বাগিচা মজদুৰ সংঘ (চেলেংহাট) আদি উল্লেখযোগ্য। তাৰে কিছুমান জিলা পৰ্যায়ত আৰু কিছুমান চাৰ্কোল পৰ্যায়ত গঠিত হৈছিল।

১৯৪৭ চনত সমসাময়িকভাবে (১) অসম চাহ কৰ্মচাৰী সংঘ (২) সুৰমা উপত্যকা চাহ-শ্ৰমিক ইউনিয়ন আৰু (৩) ভাৰতীয় চাহকৰ্মী সংঘ গঠিত হয়।



কংগ্ৰেছৰ দৰে আনবোৰ ৰাজনৈতিক দলেও চাহ বাগিচাত নিজৰ নিজৰ কিছুমান শ্ৰমিক সংগঠন গঢ়ি তোলাত জোৰ দিয়ে। ভাৰতৰ অন্যতম ৰাষ্ট্ৰীয় ট্ৰেড ইউনিয়ন ভাৰতীয় মজদুৰ সংঘৰ অধীনত অসমত এটা তাৰ শাখা গঠন হয়। নাম দিয়ে সদৌ অসম ভাৰতীয় চাহ-মজদুৰ সংঘ। উজনি অসমত তাৰ কিছু প্ৰভাৱ পৰে। বাকীবোৰ ঠাইত তাৰ বিশেষ প্ৰভাৱ পৰা দেখা নগ'ল। এইদৰে সময়ত অসমৰ তাৰ কিছু প্ৰভাৱ পৰে। বাকীবোৰ ঠাইত তাৰ বিশেষ প্ৰভাৱ পৰা দেখা নগ'ল। এইদৰে সময়ত অসমৰ চাহ বাগিচাবোৰত (১) অসম চাহ-শ্ৰমিক সন্থা, (২) অসম চাহ বাগিচা মজদুৰ ইউনিয়ন (৩) অসম মজদুৰ সংঘ আদি গঠন হয়। সংগঠনবোৰ সৰ্বদল কংগ্ৰেছ, কমিউনিষ্ট, জনসংঘ আদিৰ প্ৰভাৱ ভাগে ভাগে পৰিছিল। ৰাজনীতিৰ প্ৰভাৱৰ পৰা কোনো এটা সংগঠনেই মুক্ত নাছিল। আজিও সেই প্ৰভাৱৰ পৰা মুক্ত নহয়।

ওপৰত উল্লেখ কৰা চাৰ্কোল আৰু জিলা চাহ মজদুৰ সংঘবিলাকৰ পঞ্জীয়ন নাকচ কৰি অসম চাহ মজদুৰ সংঘৰ শাখা হিচাপে অন্তৰ্ভুক্ত কৰাৰ বিষয়ে মজদুৰ নেতাসকলৰ মাজত আলোচনা চলে। ৰাষ্ট্ৰীয় মজদুৰ কংগ্ৰেছৰ কাৰ্যকৰী সভাত এই বিষয়ে কেবাবাৰো আলোচনা হয়। প্ৰথম অৱস্থাত কিছু মতবিৰোধ দেখা দিয়ে। কিছুমানে প্ৰস্তাৱৰ সপক্ষে মাতে। কিছুমানে বিপক্ষে মাত মাতে। এই বিষয়ে মুকলিভাৱে আলোচনা কৰাৰ মানসেৰে ১৯৫৮ চনৰ ৯ আগষ্টত তিনিচুকীয়া জিলাৰ বৰডুবিত সকলো চৰ্কোল আৰু জিলা চাহ-মজদুৰ সংঘৰ প্ৰতিনিধিক লৈ এখন অভিৱৰ্তন বহে। এই অভিৱৰ্তনত কাছাৰ চাহ শ্ৰমিক সংঘৰ কোনো প্ৰতিনিধি নহাটো মন কৰিবলগীয়া। অসম চাহ-মজদুৰ সংঘ প্ৰতিষ্ঠা কৰাৰ বিষয়ে স্বৰ্গীয় মহেন্দ্ৰ নাথ শৰ্মাই তোলা প্ৰস্তাৱ সভাত গৃহীত হয়। প্ৰস্তাৱৰ বিৰোধিতা কৰাসকলৰ কিছুমানে প্ৰতিবাদ কৰি সভাত্যাগ কৰে। সভা এৰি ওলাই যোৱা কিছুমানে সময়ত অৱশ্যে এই সংঘৰ বিষয়বোৰ লোৱা দেখা যায়।

# অসম চাহ জনজাতি ছাত্ৰ সন্থা

১৯৪৭ চনত ভাৰত স্বাধীন হয়। সেই বছৰৰে ডিচেম্বৰ মাহৰ ২৭ আৰু ২৮ তাৰিখে দুদিনীয়াকৈ চাহ জনজাতি ছাত্ৰ-ছাত্ৰীসকলৰ এখন সভা বহে। স্বাধীনতাৰ পিছত এইখনেই আছিল চাহ জনজাতি ছাত্ৰ-ছাত্ৰীৰ প্ৰথম সভা। সভাখন বহিছিল ডিব্ৰুগড় জিলাৰ টেঙাখাট এলেকাৰ দীঘলিয়া গাঁৱত। লাহোৱালৰ পৰা অলপ সোমাই যাব লাগে। সভাখন পতাত গুৰি ধৰিছিল ̊ চাইমন সিংহৰ, শ্ৰীসন্তোষ কুমাৰ তপ্ন, ৰেভা নাথনিয়েল হৰ, ̊ খৃষ্ট উদয় অৰেয়া, শ্ৰীখৃষ্ট প্ৰসাদ চাংগা, শ্ৰীমিলমান ডেমটা, শ্ৰীৰাখাল নাগ আৰু শ্ৰীচিনিয়ান তপ্ন আদি ছাত্ৰসকলে। সেই সময়ত চাহ জনজাতি ছাত্ৰ-ছাত্ৰীৰ সংখ্যা খুব কম আছিল। আঙুলিৰ মূৰত লেখিব পৰা কেইজনমানহে আছিল। সভাত যোৰহাট আৰু ডিব্ৰুগড়ৰ পৰা ৩৮ জন, তেজপুৰৰ পৰা ৩ জন আৰু উঃ লক্ষীমপুৰৰ পৰা ৩ জন প্ৰতিনিধিয়ে যোগদান কৰিছিল। দীঘলিয়া গাঁৱৰ ৰাইজে যথেষ্ট সহায়-সহযোগ আগবঢ়াইছিল। তাৰ ভিতৰত ৰেভা জোচেফ টুটী, জ'ন ভেমটা, নাথিয়েল পূৰ্ত্তি, নোৱেল পড়, আবেদান নাগ আৰু হাবিল বাৰ্লা আদি উল্লেখযোগ্য। মুকলি সভাত সভাপতিত্বত কৰে ৰেভা মানচিধ হেম্বৰমে। সভাত সৰ্বসন্মতিক্ৰমে এখন ছাত্ৰ সন্থা গঠন কৰা হয়। নাম থোৱা হয় — অসম ছোটনাগপুৰী ছাত্ৰ -সন্মিলন। ইয়াৰ সভাপতি হয় চাইমনসিং হৰ আৰু সাধাৰণ সম্পাদক হয় শ্ৰীসন্তোষ কুমাৰ তপ্ন। ̊ হৰৰ ঘৰ নাজিৰা আৰু তপ্নৰ ঘৰ মৰাণত। সন্মিলনখনৰ পৰিসৰৰ বৃদ্ধি কৰিবৰ কাৰণে অসমৰ ইমূৰৰ পৰা সিমূৰলৈ প্ৰচাৰ অভিযান চলোৱা হয়।

সন্মিলনৰ প্ৰথম বাৰ্ষিক অধিৰেশনখন অনুষ্ঠিত হয় ১৯৪৮ চনৰ ডিচেম্বৰ মাহৰ ২৬ আৰু ২৭ তাৰিখে। মৰাণৰ চামগুৰী গীৰ্জা প্ৰাংগনত।

ইয়াৰ এবছৰৰ পিছত ১৯৪৯ চনৰ ডিচেম্বৰ মাহৰ ২৭ আৰু ২৮ তাৰিখে দুদিনীয়া কাৰ্যসূচীৰে ২য় বাৰ্ষিক অধিৰেশনখন পতা হয়। শোণিতপুৰ জিলাৰ ঘোৰামাৰীৰ ওচৰত বৈঠালভংগী গাঁৱত। মুকলি সভাত অখিল ভাৰত আদিবাসী ছাত্ৰ সমাজৰ উপসভাপতি আলেক্সাছ তপ্ন, অসম প্ৰদেশ কংগ্ৰেছৰ সভাপতি শ্ৰীবিজয় চন্দ্ৰ ভাগৱতী আৰু ভাৰতীয় ৰাষ্ট্ৰীয় মজদুৰ কংগ্ৰেছ অসম শাখাৰ



সভাপতি ̊ কামাখ্যাপ্ৰসাদ ত্ৰিপাঠীয়ে অংশগ্ৰহণ কৰে।

তাৰ ঠিক এক বছৰৰ পিছত ১৯৫০ চনৰ ডিচেম্বৰ মাহৰ ২৮ আৰু ২৯ তাৰিখে সন্মিলনৰ ৩য় বাৰ্ষিক অধিৰেশন বহে গোলাঘাট জিলাৰ সৰুপথাৰৰ কাছমাৰী গাঁৱত। ইমান দিনে পুৰণি কাৰ্যনিৰ্বাহক সমিতিখনেই কাম চলাই আছিল। এইবাৰ নতুন সমিতি গঠন কৰা হয়। নতুন সমিতিখনৰ সভাপতি হয় শ্ৰীনিৰোদ কুমাৰ হেম্বৰম আৰু সাধাৰণ সম্পাদক হয় ̊ খৃষ্ট উদয় অৰেয়া।

১৯৫২ চনৰ জুলাই মাহৰ ১৭ আৰু ১৮ তাৰিখে ইয়াৰ ৪ৰ্থ বাৰ্ষিক অধিৰেশনখন হয়। মৰাণৰ ৰাইদঙ্গীয়া মধ্য ইংৰাজী স্কুল প্ৰাংগনত। মুঠ প্ৰতিনিধিৰ সংখ্যা, আছিল মাত্ৰ ২৫ জন। সভাত সভাপতি আছিল ̊ চাইমন সিং হৰ। প্ৰতিনিধিৰ সংখ্যা বৰ কম দেখি ̊ হৰেই খঙত 'আমি মৰা নেজীয়া?' বুলি প্ৰশ্ন কৰাত আৰু কোনেও তাৰ উত্তৰ নিদিয়াত টেবুলৰ ওপৰত থকা সভাৰ সকলো কাগজ পত্ৰ নি বাহিৰত পেলাই দিলে। বাহিৰত তেতিয়া বৰষুণ। কাগজ পত্ৰ সকলো বৰষুণৰ পানীত তিতিব ধৰিলে। তেনেতে শ্ৰীসন্তোষ কুমাৰ তপ্নই থিয় হৈ 'আমি মৰা যদিও মৰা আৰু জীয়া যদিও জীয়া, কিন্তু কাগজ পত্ৰ নষ্ট হ'বলৈ দিব নোৱাৰে' বুলি কৈ দৌৰ মাৰি গৈ সকলোখিনি বুটলি আনিলে।

এই ঘটনাৰ পিছত ১৯৫৩ চনত এখন বিশেষ অধিৰেশন বহে। সভাখন বহিছিল যোৰহাটৰ বৰহোলা এলেকাৰ গাহৰিছোৱা গাঁৱত। সভাত স্থায়ী সভাপতিৰ অনুপস্থিতিত শ্ৰী এবনেজাৰ হেৰেঞ্জে সভাৰ কাম চলায়। সভাত নতুন কাৰ্যনিৰ্বাহক সমিতি গঠন কৰা হয়। নতুন সমিতিত সভাপতি হয় শ্ৰী এবেনজাৰ হেৰেঞ্জে আৰু সাধাৰণ সম্পাদক হয় শ্ৰীগোবিন্দ টিৰ্কু। দুয়ো শোণিতপুৰ জিলাৰ।

বহুদিন বিৰতিৰ পিছত ১৯৫৭ চনৰ ফেব্ৰুৱাৰী মাহত তেজপুৰত এখন সভা বহে। সভাই পুৰণা সমিতিখনকে বাহাল ৰাখে।

ইয়াৰ এক বছৰৰ পিছত ১৯৫৮ চনৰ ফেব্ৰুৱাৰী মাহত তেজপুৰত আকৌ এখন সভা বহে। সভাত ৭০ জন মান প্ৰতিনিধি গোট খাইছিল। সভাৰ সভাপতি আছিল ̊ ৰেভা মানচিধ হেম্বৰম। এই সভাতে সৰ্বসন্মতিক্ৰমে অসম ছোটনাগপুৰী ছাত্ৰ সন্মিলনৰ সলনি ইয়াৰ নাম ৰখা হয় 'সদৌ অসম চাহ বাগিচা সম্প্ৰদায় ছাত্ৰ সন্থা'।

সেই সময়ত 'অসম ছাত্ৰ কংগ্ৰেছ' আৰু 'অসম ছাত্ৰ ফেডাৰেছন' নামৰ দুটা সংগঠন আছিল। এই দুটা সংগঠনৰ লগত চাহ জনজাতি ছাত্ৰ-ছাত্ৰীসকলৰ কোনো সম্পৰ্ক নাছিল। চাহ জনজাতি ছাত্ৰ-ছাত্ৰীসকলৰ মাজত নিজা সংগঠন গঢ়ি উঠাত

কোনো কোনো মজদুৰ সংগঠনে ভাল পোৱা নাছিল। গোলাঘাটৰ এটা মজদুৰ সংগঠনে চাহ জনজাতি ছাত্ৰ সংগঠনটোৰ বিৰুদ্ধে এখন প্ৰচাৰ পত্ৰ উলিয়াই চাৰিওফালে বিতৰণ কৰি ৰাইজক সতৰ্ক কৰি দিছিল। প্ৰচাৰ পত্ৰখনত লিখা আছিল, '... বিহবৃক্ষৰ পুলি গজিছে। তৎকালে এই পুলি নিৰ্মূল নকৰিলে ভীষণ পৰিণাম হ'ব। ...' এইদৰে ছাত্ৰ সংগঠনটোৱে মাজে সময়ে বাধাৰ সন্মুখীন হ'বলগাত পৰিছিল। কিন্তু পিছলৈ ঘূৰি চোৱা নাছিল। আগবাঢ়িছিল আগলৈ।

১৯৫৮ চনত নতুন নামেৰে গঢ় লৈ উঠা 'সদৌ অসম চাহ বাগিচা সম্প্ৰদায়ৰ ছাত্ৰ সন্থাৰ সভাপতি হয় ডিব্ৰুগড়ৰ শ্ৰীইমিল চুৰিণ আৰু সাধাৰণ সম্পাদক হয় ঢেকিয়াজুলিৰ শ্ৰীধৰম দাস হেৰেঞ্জ।

আগতে ছাত্ৰ সন্থাটো খৃষ্টানধৰ্মী ছাত্ৰ-ছাত্ৰীসকলৰ মাজতে সীমাবদ্ধ আছিল। সৰ্বশ্ৰী হলধৰ মুণ্ডা, সৰোজ বৰাইগ, বলোৰাম নাগ, দীননাথ চৌধুৰী, জিতেন চুণ্ডী আৰু ˚ চেনীৰাম কুৰ্মী আদি হিন্দু ধৰ্মী ছাত্ৰসকল যেতিয়া ইয়াৰ মাজত সোমাই পৰিল তেতিয়া আৰু সেই সীমাবদ্ধতা নোহোৱা হ'ল। সকলোৱে বাবে সমান স্থান হ'ল।

১৯৬০ চনত সদৌ অসম চাহ বাগিচা সম্প্ৰদায় ছাত্ৰ সন্থাৰ ২য় বাৰ্ষিক অধিৱেশন বহে গ্ৰাহামপুৰত। গ্ৰাহামপুৰ হ'ল গোৱালপাৰা জিল্লাৰ গোসাঁইগাঁৱত।

সেই সময়ত চাহ বাগিচাৰ মাজত ছাত্ৰ সন্থাৰ কোনো সভা সমিতি হ'বলৈ বাগিচা কৰ্তৃপক্ষই অনুমতি নিদিছিল। এই ক্ষেত্ৰত কোনো কোনো মজদুৰ সংগঠনেও গোপনে বাগিচাৰ লগত হাত মিলাইছিল। এইবোৰ কাৰণতে সকলো ঠিকঠাক কৰিও শেষ মুহূৰ্তত তিনিচুকীয়াৰ চিংলিজান চাহ বাগিচাত সন্থাৰ ৩য় বাৰ্ষিক অধিৱেশনখন ১৯৬১ চনত পাতিব নোৱাৰিলে পিছত ১৯৬৩ চনৰ জুলাই মাহৰ ২৭ আৰু ২৮ আৰিখে তিনিচুকীয়াৰ চেনাইৰাম হাইস্কুলত অধিৱেশনখন পাতে। মুকলি সভা উদ্বোধন কৰে সেই সময়ৰ অসমৰ উপ-শিক্ষা মন্ত্ৰী ˚ কমলকুমাৰী বৰুৱাই আৰু সভাপতিত্ব কৰে শিক্ষা মন্ত্ৰী ˚ দেৱকান্ত বৰুৱাই। তাৰোপৰি উপ মন্ত্ৰী ˚ ললিত কুমাৰ দলে, শিক্ষাধিকাৰ ˚ সুৰেশ চন্দ্ৰ ৰাজখোৱা, সহকাৰী স্বাস্থ্য সঞ্চালক ড° বেলেন্টাইন কেৰ্কেটা, নাৰ্ছিং অধ্যক্ষা শ্ৰীমতী আৰতী কেৰ্কেটা আৰু সমাজকৰ্মী শ্ৰীনোৱেল প'ড়ে সভাত অংশগ্ৰহণ কৰে। অধিৱেশনত ˚ সুভান হৰক সভাপতি আৰু শ্ৰীভিক্টৰ মঙ্গল বাৰ্লাক সাধাৰণ সম্পাদক হিচাপে লৈ নতুন কাৰ্যনিৰ্বাহক সমিতি গঠন কৰা হয়।

এই সময়ত কাছাৰত 'উত্তৰ কাছাৰ চাহ শ্ৰমিক ছাত্ৰ সংঘ' নামেৰে এটা ছাত্ৰ



সংগঠন আছিল। তাক 'সদৌ অসম চাহ বাগিচা সম্প্ৰদায়' ছাত্ৰ সন্থাৰ লগত চামিল কৰা হয়। তাৰ ঠাইত তাত 'কালাইন শাখা', বুলি সন্থাৰ এটা শাখা কৰা হয়। ইতিমধ্যে ডিব্ৰুগড়, উঃ লক্ষীমপুৰ, শিৱসাগৰ, গোলাঘাট, তেজপুৰ, চিলং, গুৱাহাটী আৰু গ্ৰাহামপুৰত সন্থাৰ একোটিকৈ শাখা খোলা হয়। সেই সময়ত সন্থাৰ কেন্দ্ৰীয় সমিতিৰ সাহিত্য সম্পাদক আছিল সাহিত্যিক পেঞ্চনাৰ, সু-সাহিত্যিক শ্ৰীনাৰায়ণ ঘাটোৱাৰ। তেওঁৰ কাৰ্যকালত সন্থাৰ মুখপত্ৰ 'সেউজী পাত'ৰ প্ৰথম সংখ্যা (১৯৬৩—৬৪) আৰু দ্বিতীয় সংখ্যা (১৯৬৪-৬৫) প্ৰকাশ পায়। সম্পাদনা উপ-সমিতিৰ সদস্য-সদস্যা আছিল সৰ্বশ্ৰী ধৰম দাস হেৰেঞ্জ, হৰেণ ভূমিজ, চিলভিউজ কন্দপান অবেদ কাচ্ছপ আৰু শ্ৰীমতীপ্ৰমীলা জুহী (বাৰ্লা)।

১৯৬৫ চনৰ ৩১ জুলাই আৰু ১ আগষ্ট তাৰিখে দুদিনীয়া কাৰ্যসূচীৰে মেকীপুৰ চাহ বাগিচাত সন্থাৰ ৪ৰ্থ বাৰ্ষিক অধিৱেশনখন অনুষ্ঠিত হয়। অধিৱেশনত ˚ সুবান হৰ সভাপতি আৰু শ্ৰীৰাধাকান্ত তাঁতী উপ -সভাপতি হিচাপে পুনৰ নিৰ্বাচিত হয়। তাৰোপৰি শ্ৰীবলোৰাম নাগ, সাধাৰণ সম্পাদক, ˚ চেনিৰাম কুৰ্মী সহকাৰী সাদাৰণ সম্পাদক, শ্ৰীলক্ষণ চন্দ্ৰ হাজাম ধন ভৰালী, শ্ৰীনাৰায়ণ ঘাটোৱাৰ সাহিত্য সম্পাদক, শ্ৰীদিলেশ্বৰ তাঁতী কৃষ্টি সম্পাদক আৰু কেইবাগৰাকীও সদস্য-সদস্যা নতুন কেন্দ্ৰীয় সমিতিলৈ নিৰ্বাচিত হয়। মুকলি সভাত সভাপতিত্ব কৰে শিৱসাগৰ কলেজৰ তেতিয়াৰ অধ্যক্ষ শ্ৰীপৰাগধৰ চলিহাই।

সাহিত্য সম্পাদক সু-সাহিত্যিক শ্ৰীনাৰায়ণ ঘাটোৱাৰৰ যত্নত সন্থাৰ মুখপত্ৰ 'সেউজী পাত'ৰ ৩য় সংখ্যা (১৯৬৫-৬৬) প্ৰকাশ পায়। তাৰ পিছৰ পৰা আৰু সেউজীয়া পাত প্ৰকাশ পোৱা নাই বহুদিন ধৰি।

সন্থাৰ ৫ম বাৰ্ষিক অধিৱেশনখন আমলখি এম ই স্কুল প্ৰাংগনত ১৯৬৬ চনত অনুষ্ঠিত হয়। মুকলি সভাত সেই সময়ৰ অসমৰ শিক্ষা মন্ত্ৰী দেৱকান্ত বৰুৱাই সভাপতিত্ব কৰিছিল। অধিৱেশনত শ্ৰীচিলভিউছ কন্দপান সভাপতি আৰু শ্ৰীবলোৰাম নাগ সাধাৰণ সম্পাদক নিৰ্বাচিত হয়।

১৯৬৮ চনত বিশ্বনাথ চাৰিআলিৰ ওচৰৰ প্ৰতাপগড় চাহ শ্ৰমিক কল্যাণ কেন্দ্ৰত সন্থাৰ ষষ্ঠ বাৰ্ষিক অধিৱেশন বহে। এই অধিৱেশনতে সন্থাৰ সংবিধানখন কিছু সাল-সলনি কৰা হয়। সন্থাৰ নামৰ পৰা 'সদৌ' শব্দটো প্ৰত্যাহাৰ কৰা হয় আৰু 'বাগিচাৰ' ঠাইত 'মজদুৰ' শব্দটো ব্যৱহাৰ কৰা হয়। তেতিয়াৰ পৰা সন্থাৰ নাম সদৌ অসম চাহ বাগিচা সম্প্ৰদায় ছাত্ৰ সন্থাৰ সলনি 'অসম চাহ মজদুৰ সম্প্ৰদায় ছাত্ৰ সন্থা' ৰখা হয়। অধিৱেশনখনত চিলভিউছ কন্দপান সভাপতি আৰু

শ্ৰীপৱনসিং ঘাটোৱাৰ সাধাৰণ সম্পাদক নিৰ্বাচিত হয়। অধিৱেশনখন পতাত দুই এক মজদুৰ সংগঠনে স্বাৰ্থৰ কথা আগত ৰাখি বাধাৰ সৃষ্টি কৰিছিল। 'এইখন গাঁৱৰ ছাত্ৰ-ছাত্ৰীৰ সন্থা, বাগিচাৰ ছাত্ৰ-ছাত্ৰীৰ সন্থা নহয়' বুলি ভুৱা প্ৰচাৰ চলাইছিল। কিন্তু অধিৱেশনখন সুকলমে পাৰ হয়।

১৯৬৯ চনত গোলাঘাটৰ ৰঙাগড়া চাহ বাগিচাত সন্থাৰ ৭ম বাৰ্ষিক অধিৱেশন বহে। অধিৱেশনত গোলাঘাট শাখা চাহ মজদুৰ সংঘই যথেষ্ট সহায় কৰে। মুকলি সভাত সভাপতিত্বত কৰে তেতিয়াৰ অসম চাহ মজদুৰ সংঘৰসাধাৰণ সম্পাদক শ্ৰীগজেন্দ্ৰ তাঁতীয়ে আৰু মুখ্য অতিথি হিচাপে অংশগ্ৰহণ কৰে অসম বিধান সভাৰ বিৰোধী দলৰ বিধায়ক শ্ৰীদুলাল চন্দ্ৰ বৰুৱাই। অধিৱেশনত শ্ৰীচিলভিউছ কন্দপান আৰু 'শ্ৰীপৱনসিং ঘাটোৱাৰ পুনৰ সভাপতি আৰু সাধাৰণ সম্পাদক হিচাপে নিৰ্বাচিত হয়।

১৯৭০ চনত সন্থাৰ ৮ম বাৰ্ষিক অধিৱেশনখন অনুষ্ঠিত হয় মৰাণৰ চেপন চাহ বাগিচাত। অধিৱেশনত মৰাণ শাখা অসম চাহ মজদুৰ সংঘই সহায়-সহযোগ আগবঢ়ায়। অধিৱেশনত শ্ৰী নাৰায়ণ ঘাটোৱাৰৰ সম্পাদনাত এখন সুন্দৰ স্মৃতিগ্ৰন্থ প্ৰকাশ পায়। সাংস্কৃতিক সন্ধিয়াত আন্তৰ্জাতিক খ্যাতিসম্পন্ন শিল্পী ড° ভূপেন হাজৰিকাই অংশগ্ৰহণ কৰে। লগত শিল্পী ° জয়ন্ত হাজৰিকাও আহিছিল। অধিৱেশনত শ্ৰীজিতেন চুণ্ডী সভাপতি আৰু শ্ৰীপৱন সিং ঘাটোৱাৰ সাধাৰণ সম্পাদক নিৰ্বাচিত হয়। অধিৱেশনত সন্থাৰ নামটোৰ কিছু সালসলনি কৰা হয়। আগৰ নামটোৰ পৰা 'সম্প্ৰদায়' শব্দটো বাদ দিয়া হয়। তাৰ ঠাইত 'জনজাতি' শব্দটো লোৱা হয়। অসমৰ চাহ মজদুৰ সম্প্ৰদায়ক ছাত্ৰ সন্থাৰ সলনি অসমৰ চাহ মজদুৰ জনজাতি ছাত্ৰ সন্থা নামেৰে পৰিচিত হয়। জনজাতি শব্দটো প্ৰয়োগ কৰাত দুই-একে আপত্তি কৰিছিল। এই লৈ কাগজত লিখা মেলাও চলিছিল। 'জনজাতি' শব্দটোৰ বিৰোধিতা কৰি কাগজত বিবৃতি দিয়াৰ বাবে শ্ৰীনাৰায়ণ ঘাটোৱাৰক সন্থাৰ পৰা বহিষ্কাৰ কৰা হয়। সেই সময়ত যোৰহাটৰ শ্ৰীগজেন তাঁতী, পানীতোলাৰ শ্ৰীউপেন সনাতন আৰু মাকুমৰ শ্ৰীনকুল তাঁতীকে আদি কৰি কিছুমান লোকে 'জনজাতি' শব্দটোৰ বিৰোধিতা কৰা দেখা গৈছিল। এই লেখকে 'জনজাতি' শব্দটোৰ সমৰ্থন কৰি বাতৰি কাকতত লিখিছিল। সময়ত সকলো বাদানুবাদৰ ওৰ পৰে আৰু 'জনজাতি' শব্দটোৰ প্ৰচলন হ'ব ধৰে।

১৯৭৩ চনত ঢেকিয়ালজুলি হাইস্কুল প্ৰাংগনত সন্থাৰ ৯ম বাৰ্ষিক অধিৱেশন অনুষ্ঠিত হয়। মুকলি সভাত তেতিয়াৰ শ্ৰম-যোগান সমবায় আদিৰ মন্ত্ৰী শ্ৰীগজেন



তাঁতীয়ে মুখ্য অতিথি হিচাপে অংশগ্ৰহণ কৰে। অধিৱেশনত শ্ৰীজিতেন চুণ্ডী সভাপতি আৰু শ্ৰীজয়চন্দ্ৰ নাগবংশী সাধাৰণ সম্পাদক হিচাপে নিৰ্বাচিত হয়। বিষয়ববীয়া প্ৰতিদ্বন্দ্বিতা সংখ্যা বেছি হোৱাত সন্থাৰ বুৰঞ্জীত প্ৰথমবাৰৰ বাবে সহকাৰী সাধাৰণ সম্পাদকৰ কাৰণে গোপন ভোট হয়। ইয়াৰ আগতে কেতিয়াও কোনো কাৰণতে পদবী লৈ সন্থাত ভোটা ভোটি হোৱা নাছিল। বুজাবুজিৰ মাজত সকলো নিষ্পত্তি হৈছিল। ঢেকিয়াজুলি অধিৱেশনত কিন্তু সেয়া নহ'ল। অনুষ্ঠিত কৰিব লগা হ'ল গোপন ভোট। সেই গোপন ভোটৰ নিৰ্বাচনী বিষয়া আছিল শ্ৰীচিলভিউছ কন্দপান। প্ৰতিদ্বন্দ্বিতা কৰি সহকাৰী সাধাৰণ সম্পাদক হিচাপে জয়ী হৈছিল শ্ৰীপ্ৰহ্লাদ চন্দ্ৰ তাচা আৰু শ্ৰী আনন্দ কন্দপান।

এই সমিতিৰ কাৰ্যকালতে সন্থাৰ প্ৰাক্তন বিত্ত সম্পাদক শ্ৰীভদ্ৰেশ্বৰ হৰপাল (তাঁতী)ক বিত্তীয় খেলিমেলিৰ কাৰণে কৈফিয়ৎ তলব কৰি অনুশাসনমূলক ব্যৱস্থা লৈছিল।

১৯৭৫ চনৰ জানুৱাৰী মাহৰ ৩ আৰু ৪ তাৰিখে দুদিনীয়া কাৰ্যসূচীৰে ডিব্ৰুগড় জিলাৰ বকুল চাহ বাগিচাত সন্থাৰ ১০ ম বাৰ্ষিক অধিৱেশন অনুষ্ঠিত হয়। মুকলি সভাত শ্ৰম মন্ত্ৰী শ্ৰীগজেন তাঁতী, অসম চাহ মজদুৰ সংঘৰ সাধাৰণ সম্পাদক ° ছত্ৰগোপাল কৰ্মকাৰ, ভাৰতীয় ৰাষ্ট্ৰীয় মজদুৰ কংগ্ৰেছৰ সভাপতি ° বিজয় চন্দ্ৰ ভাগৱতী প্ৰাক্তন শ্ৰম মন্ত্ৰী ° কামাখ্যা প্ৰসাদ ত্ৰিপাঠীকে আদি কৰি কেইবাজনো বিশিষ্ট ব্যক্তিয়ে অংশগ্ৰহণ কৰে। অধিৱেশনত শ্ৰীদিলেশ্বৰ তাচা সভাপতি আৰু শ্ৰীজয়চন্দ্ৰ নাগবংশী; সাধাৰণ সম্পাদক, নিৰ্বাচিত হয়।

ছাত্ৰ-সন্থাৰ মাজত এই সময়ত কিছু খেলিমেলিৰ সৃষ্টি হয়। পোনপ্ৰথমবাৰৰ বাবে ৰাজনীতিৰ বীজে ছাত্ৰ সন্থাৰ ভিতৰচ'ৰাক কলুষিত কৰে। কেন্দ্ৰীয় সমিতিৰ সাধাৰণ সম্পাদকে শাসনাধিষ্ঠিত দলৰ লগত বৰকৈ হলি গলি কৰি সন্থাৰ মতামত উলাই কৰিব ধৰে। সন্থাৰ লগত কোনো আলোচনা নকৰি আদিবাসী পৰিষদৰ লগত চাহজন জাতিৰ তপশীলভুক্ত সম্পৰ্কত নতুন দিল্লীলৈ উৰা মাৰে। ন্যস্ত স্বাৰ্থ আগত ৰাখি দিল্লীলৈ যোৱা অহাৰ সকলো খৰচ বহন কৰিছিল কেইজনমান মন্ত্ৰী বিধায়কও মজদুৰ সংগঠনৰ জনৈক শ্ৰমি নেতাই। তেওঁলোকে স্বাৰ্থ পূৰণৰ দিশত হাতিয়াৰ ৰূপে ব্যৱহাৰ কৰিব বিচাৰিছিল এই ছাত্ৰ সন্থাক। অৰিহনা যোগাইছিল সন্থাৰ খোদ সাধাৰণ সম্পাদক গৰাকীয়ে। সাধাৰণ সম্পাদকৰ সন্থা বিৰোধী কাৰ্যকলাপৰ প্ৰতিবাদত কেন্দ্ৰীয় সমিতিৰ পৰা উপ সভাপতি শ্ৰী আনন্দ কন্দপান, সহকাৰী সাধাৰণ সম্পাদক শ্ৰীসুমেৰ সিং গৌৰ, সাহিত্য সম্পাদক

শ্ৰীপৱনসিং ঘাটোৱাৰ সাধাৰণ সম্পাদক নিৰ্বাচিত হয়। অধিৱেশনখন পতাত দুই এক মজদুৰ সংগঠনে স্বাৰ্থৰ কথা আগত ৰাখি বাধাৰ সৃষ্টি কৰিছিল। 'এইখন গাঁৱৰ ছাত্ৰ-ছাত্ৰীৰ সন্থা, বাগিচাৰ ছাত্ৰ-ছাত্ৰীৰ সন্থা নহয়' বুলি ভুৱা প্ৰচাৰ চলাইছিল। কিন্তু অধিৱেশনখন সুকলমে পাৰ হয়।

১৯৬৯ চনত গোলাঘাটৰ ৰঙাগড়া চাহ বাগিচাত সন্থাৰ ৭ম বাৰ্ষিক অধিৱেশন বহে। অধিৱেশনত গোলাঘাট শাখা চাহ মজদুৰ সংঘই যথেষ্ট সহায় কৰে। মুকলি সভাত সভাপতিত্বত কৰে তেতিয়াৰ অসম চাহ মজদুৰ সংঘৰসাধাৰণ সম্পাদক শ্ৰীগজেন্দ্ৰ তাঁতীয়ে আৰু মুখ্য অতিথি হিচাপে অংশগ্ৰহণ কৰে অসম বিধান সভাৰ বিৰোধী দলৰ বিধায়ক শ্ৰীদুলাল চন্দ্ৰ বৰুৱাই। অধিৱেশনত শ্ৰীচিলভিউছ কন্দপান আৰু 'শ্ৰীপৱনসিং ঘাটোৱাৰ পুনৰ সভাপতি আৰু সাধাৰণ সম্পাদক হিচাপে নিৰ্বাচিত হয়।

১৯৭০ চনত সন্থাৰ ৮ম বাৰ্ষিক অধিৱেশনখন অনুষ্ঠিত হয় মৰাণৰ চেপন চাহ বাগিচাত। অধিৱেশনত মৰাণ শাখা অসম চাহ মজদুৰ সংঘই সহায়-সহযোগ আগবঢ়ায়। অধিৱেশনত শ্ৰী নাৰায়ণ ঘাটোৱাৰৰ সম্পাদনাত এখন সুন্দৰ স্মৃতিগ্ৰন্থ প্ৰকাশ পায়। সাংস্কৃতিক সন্ধিয়াত আন্তৰ্জাতিক খ্যাতিসম্পন্ন শিল্পী ড° ভূপেন হাজৰিকাই অংশগ্ৰহণ কৰে। লগত শিল্পী ° জয়ন্ত হাজৰিকাও আহিছিল। অধিৱেশনত শ্ৰীজিতেন চুণ্ডী সভাপতি আৰু শ্ৰীপৱন সিং ঘাটোৱাৰ সাধাৰণ সম্পাদক নিৰ্বাচিত হয়। অধিৱেশনত সন্থাৰ নামটোৰ কিছু সালসলনি কৰা হয়। আগৰ নামটোৰ পৰা 'সম্প্ৰদায়' শব্দটো বাদ দিয়া হয়। তাৰ ঠাইত 'জনজাতি' শব্দটো লোৱা হয়। অসমৰ চাহ মজদুৰ সম্প্ৰদায়ক ছাত্ৰ সন্থাৰ সলনি অসমৰ চাহ মজদুৰ জনজাতি ছাত্ৰ সন্থা নামেৰে পৰিচিত হয়। জনজাতি শব্দটো প্ৰয়োগ কৰাত দুই-একে আপত্তি কৰিছিল। এই লৈ কাগজত লিখা মেলাও চলিছিল। 'জনজাতি' শব্দটোৰ বিৰোধিতা কৰি কাগজত বিবৃতি দিয়াৰ বাবে শ্ৰীনাৰায়ণ ঘাটোৱাৰক সন্থাৰ পৰা বহিষ্কাৰ কৰা হয়। সেই সময়ত যোৰহাটৰ শ্ৰীগজেন তাঁতী, পানীতোলাৰ শ্ৰীউপেন সনাতন আৰু মাকুমৰ শ্ৰীনকুল তাঁতীকে আদি কৰি কিছুমান লোকে 'জনজাতি' শব্দটোৰ বিৰোধিতা কৰা দেখা গৈছিল। এই লেখকে 'জনজাতি' শব্দটোৰ সমৰ্থন কৰি বাতৰি কাকতত লিখিছিল। সময়ত সকলো বাদানুবাদৰ ওৰ পৰে আৰু 'জনজাতি' শব্দটোৰ প্ৰচলন হ'ব ধৰে।

১৯৭৩ চনত ঢেকিয়ালজুলি হাইস্কুল প্ৰাংগনত সন্থাৰ ৯ম বাৰ্ষিক অধিৱেশন অনুষ্ঠিত হয়। মুকলি সভাত তেতিয়াৰ শ্ৰম-যোগান সমবায় আদিৰ মন্ত্ৰী শ্ৰীগজেন তাঁতীয়ে মুখ্য অতিথি হিচাপে অংশগ্ৰহণ কৰে। অধিৱেশনত শ্ৰীজিতেন চুণ্ডী সভাপতি আৰু শ্ৰীজয়চন্দ্ৰ নাগবংশী সাধাৰণ সম্পাদক হিচাপে নিৰ্বাচিত হয়। বিষয়ববীয়া প্ৰতিদ্বন্দ্বিতা সংখ্যা বেছি হোৱাত সন্থাৰ বুৰঞ্জীত প্ৰথমবাৰৰ বাবে সহকাৰী সাধাৰণ সম্পাদকৰ কাৰণে গোপন ভোট হয়। ইয়াৰ আগতে কেতিয়াও কোনো কাৰণতে পদবী লৈ সন্থাত ভোটা ভোটি হোৱা নাছিল। বুজাবুজিৰ মাজত সকলো নিষ্পত্তি হৈছিল। ঢেকিয়াজুলি অধিৱেশনত কিন্তু সেয়া নহ'ল। অনুষ্ঠিত কৰিব লগা হ'ল গোপন ভোট। সেই গোপন ভোটৰ নিৰ্বাচনী বিষয়া আছিল শ্ৰীচিলভিউছ কন্দপান। প্ৰতিদ্বন্দ্বিতা কৰি সহকাৰী সাধাৰণ সম্পাদক হিচাপে জয়ী হৈছিল শ্ৰীপ্ৰহ্লাদ চন্দ্ৰ তাচা আৰু শ্ৰী আনন্দ কন্দপান।

এই সমিতিৰ কাৰ্যকালতে সন্থাৰ প্ৰাক্তন বিত্ত সম্পাদক শ্ৰীভদ্ৰেশ্বৰ হৰপাল (তাঁতী)ক বিত্তীয় খেলিমেলিৰ কাৰণে কৈফিয়ৎ তলব কৰি অনুশাসনমূলক ব্যৱস্থা লৈছিল।

১৯৭৫ চনৰ জানুৱাৰী মাহৰ ৩ আৰু ৪ তাৰিখে দুদিনীয়া কাৰ্যসূচীৰে ডিব্ৰুগড় জিলাৰ বকুল চাহ বাগিচাত সন্থাৰ ১০ ম বাৰ্ষিক অধিৱেশন অনুষ্ঠিত হয়। মুকলি সভাত শ্ৰম মন্ত্ৰী শ্ৰীগজেন তাঁতী, অসম চাহ মজদুৰ সংঘৰ সাধাৰণ সম্পাদক ° ছত্ৰগোপাল কৰ্মকাৰ, ভাৰতীয় ৰাষ্ট্ৰীয় মজদুৰ কংগ্ৰেছৰ সভাপতি ° বিজয় চন্দ্ৰ ভাগৱতী প্ৰাক্তন শ্ৰম মন্ত্ৰী ° কামাখ্যা প্ৰসাদ ত্ৰিপাঠীকে আদি কৰি কেইবাজনো বিশিষ্ট ব্যক্তিয়ে অংশগ্ৰহণ কৰে। অধিৱেশনত শ্ৰীদিলেশ্বৰ তাচা সভাপতি আৰু শ্ৰীজয়চন্দ্ৰ নাগবংশী, সাধাৰণ সম্পাদক, নিৰ্বাচিত হয়।

ছাত্ৰ-সন্থাৰ মাজত এই সময়ত কিছু খেলিমেলিৰ সৃষ্টি হয়। পোনপ্ৰথমবাৰৰ বাবে ৰাজনীতিৰ বীজে ছাত্ৰ সন্থাৰ ভিতৰচ'ৰাক কলুষিত কৰে। কেন্দ্ৰীয় সমিতিৰ সাধাৰণ সম্পাদকে শাসনাধিষ্ঠিত দলৰ লগত বৰকৈ হলি গলি কৰি সন্থাৰ মতামত উলাই কৰিব ধৰে। সন্থাৰ লগত কোনো আলোচনা নকৰি আদিবাসী পৰিষদৰ লগত চাহজন জাতিৰ তপশীলভুক্ত সম্পৰ্কত নতুন দিল্লীলৈ উৰা মাৰে। ন্যস্ত স্বাৰ্থ আগত ৰাখি দিল্লীলৈ যোৱা অহাৰ সকলো খৰচ বহন কৰিছিল কেইজনমান মন্ত্ৰী বিধায়কও মজদুৰ সংগঠনৰ জনৈক শ্ৰমি নেতাই। তেওঁলোকে স্বাৰ্থ পূৰণৰ দিশত হাতিয়াৰ ৰূপে ব্যৱহাৰ কৰিব বিচাৰিছিল এই ছাত্ৰ সন্থাক। অৰিহনা যোগাইছিল সন্থাৰ খোদ সাধাৰণ সম্পাদক গৱাকীয়ে। সাধাৰণ সম্পাদকৰ সন্থা বিৰোধী কাৰ্যকলাপৰ প্ৰতিবাদত কেন্দ্ৰীয় সমিতিৰ পৰা উপ সভাপতি শ্ৰী আনন্দ কন্দপান, সহকাৰী সাধাৰণ সম্পাদক শ্ৰীসুমেৰ সিং গৌৰ, সাহিত্য সম্পাদক

শ্ৰীসুশীল কুৰ্মী, কৃষ্টি সম্পাদক শ্ৰীবাকী প্ৰসাদ তেলেঙ্গা আৰু বিত্ত সম্পাদক মঃ ওমৰ আলীয়ে পদত্যাগ কৰে। এই সম্পৰ্কে আলোচনা কৰিবলৈ নগাঁও আৰু তেজপুৰ দুঠাইত দুবাৰ সভা পতা হয়। দুয়ো ঠাইতে সাধাৰণ সম্পাদকগৰাকী অনুপস্থিত থাকে। ছাত্ৰ সন্থাৰ মাজত অনিশ্চিয়তাই দেখা দিয়ে। প্ৰাক্তন ছাত্ৰ নেতা সৰ্বশ্ৰী ছিলভিউচ কন্দপান, জীতেন চুণ্ডী, পৱন সিং ঘাটোৱাৰ, ধৰম দাস হেৰেঞ্জ, লিও বেঙ্গো আৰু সুভান হ'ৰ আদিয়ে বহু চেষ্টা কৰিও কোনো মীমাংসা কৰিব নোৱাৰাত শেষত তেওঁলোকৰ পৰামৰ্শ অনুযায়ী ১৯৭৭ চনৰ ছেপ্টেম্বৰ মাহত সভাপতি শ্ৰীতাছাই এখন বিশেষ সাধাৰণ সভা আহবান কৰে। সভাখন অনুষ্ঠিত হয় ম'হবন্ধা চাহ বাগিচাত। মুকলি সভা উদ্বোধন কৰে প্ৰাক্তন শিক্ষা মন্ত্ৰী ˚ দেৱেশ্বৰ শৰ্মাই। সভাত শ্ৰীদীনেশ্বৰ তাছা পুনৰ সভাপতি আৰু শ্ৰীবাকী প্ৰসাদ তেলেঙ্গা সাধাৰণ সম্পাদক নিৰ্বাচিত হয়।

সন্থাৰ একাদশ আৰু দ্বাদশ বাৰ্ষিক অধিৱেশন দুখন বিদেশী খেদা আন্দোলনৰ কাৰণে সয়মতে পাতিব পৰা নহ'ল। সেয়ে দুয়োখন অধিৱেশন একত্ৰিত কৰি ৰূপালী জয়ন্তী অধিৱেশন হিচাপে ১৯৮১ চনৰ ২৮ ডিচেম্বৰৰ পৰা ১৯৮২ চনৰ ৩ জানুৱাৰীলৈ সপ্তাহজোৰা কাৰ্যসূচীৰে সোণাৰীৰ বৰহাট চাহ বাগচিাত পাতিবলৈ আয়োজন কৰা হয়। কিন্তু শেষ মুহূৰ্তৰ জিলা প্ৰশাসনে অধিবেশনখন পাতিবলৈ অনুমতি নিদিলে পিছত ১২.৪.৮২ ৰ পৰা ১৮.৪.৮২ লৈ সপ্তাহজোৰা কাৰ্যসূচীৰে পূৰ্ব নিৰ্ধাৰিত স্থান সোণাৰীৰ বৰহাট চাহ বাগিচাতে ৰূপালী জয়ন্তী অধিবেশনখন পতা হয়। সন্থাৰ অন্যতম প্ৰতিষ্ঠাপক প্ৰয়াত চাইমন সিং হ'ৰৰ সোঁৱৰণত সভাথলীৰ নাম 'চাইমন সিং হ'ৰ নগৰ' ৰখা হয়। অধিবেশন উপলক্ষে শ্ৰীনন্দলাল কুৰ্মীৰ সম্পাদনাত 'কেঁচা সোণ' নামেৰে এখন আটকধুনীয়া স্মৃতি গ্ৰন্থ প্ৰকাশ পায়। এই সময়তে বহুবছৰ বন্ধ হৈ থকা সন্থাৰ মুখপত্ৰ "সেউজী পাত'ৰ ৪ ৰ্থ সংখ্যা সাহিত্যিক শ্ৰীপ্ৰাণেশ্বৰ লোমগাৰ সম্পাদনাত প্ৰকাশ পায়।

১৯৮৪ চনত তেজপুৰ এগুঘগৰা চাহ বাগিচাত সন্থাৰ ত্ৰয়োদশ অধিবেশন বহে। অধিবেশনলৈ ৰাজনীতিৰ মানুহক মতা-নমতা লৈ সন্থাৰ মাজত তীব্ৰ প্ৰতিক্ৰিয়াৰ সৃষ্টি হয়। ফলত সন্থাৰ মাজত ভাঙোন ধৰে। সন্থা দুভাগ হৈ পৰে। চেপ্তেম্বৰ মাহৰ ১৪, ১৫ আৰু ১৬ তাৰিখে তিনিদিনীয়াকৈ অনুষ্ঠিত হোৱা এই অধিবেশনত অভাৱনীয় ভাবে উত্তৰ পাৰ আৰু দক্ষিণপাৰ দুই পাৰত দুটা সন্থা সমান্তৰালভাবে গঢ়লৈ উঠে। ইমান দিনে এক হৈ থকা ছাত্ৰ সন্থাৰ মাজত অনৈক্যই দেখা দিয়ে। চাহজনজাতি ছাত্ৰ সন্থাৰ বুৰঞ্জীত ই সদায় ক'লা আখৰেৰে



লিখা থাকিব। নৱ-গঠিত উত্তৰ পাৰৰ সন্থাটিৰ সভাপতি হয় উত্তৰ লক্ষীমপুৰৰ শ্ৰীনন্দেশ কুমাৰ প্ৰজা আৰু সাধাৰণ সম্পাদিক হয় বিন্দুকুৰীৰ শ্ৰীৰাজেন ৰবিদাস। সেইদৰে নৱগঠিত দক্ষিণ পাৰৰ সন্থাটিৰ সভাপতি হয় ডিমৌৰ শ্ৰীবাকী প্ৰসাদ তেলেংগা আৰু সাধাৰণ সম্পাদক হয় মৰিয়নিৰ শ্ৰীনৰেন তাঁতী। দুয়োটা সন্থাৰ নামাকৰণ একেই। দুয়োটা সন্থাই আগৰ নাম,— "অসম চাহ মজদুৰজন জাতি ছাত্ৰ সন্থা'ৰ পৰা 'মজদুৰ' শব্দটো বাদ দি "অসম চাহ জনজাতি ছাত্ৰ সন্থা" ৰাখিলে।

মনকৰিবলগীয়া যে অধিবেশনখনলৈ কেইবাগৰাকী মন্ত্ৰী বিধায়ক নিমন্ত্ৰণ জনোৱা হৈছিল। সেইমতে তেওঁলোকে সভাত যোগদানো কৰিছিল যোগদান কৰা মন্ত্ৰী বিধায়ক সৰ্বশ্ৰী ৰামেশ্বৰ ধানোৱাৰ, চিলভিউছ কন্দপান, বলোৰাম নাগ, দিলেশ্বৰ তাঁতী আৰু গোলোক ৰাজবংশী। মুকলি সভাত সভাপতিত্ব কৰে ড° বিমল নাগে।

সন্থাৰ মনোমালি্ন্য অৱশ্যে বৰ বেছি দিন নেথাকিল। কেইজনমান প্ৰাক্তন ছাত্ৰনেতাৰ অহোপুৰোষাৰ্থ চেষ্টাৰ বলত পুনৰ মিলন ঘটিল।

১৯৮৫ চনৰ ৬ চেপ্তেম্বৰ তাৰিখে যোৰহাট জগন্নাথ বৰুৱা কলেজত পুনৰ একত্ৰিত হোৱা সন্থাৰ অধিবেশন হয়। অধিবেশনত শ্ৰীলোকেশ্বৰ কুৰ্মীক সভাপতি আৰু শ্ৰীভগীৰথ কৰণক সাধাৰণ সম্পাদক নিৰ্বাচিত কৰে।

ইয়াৰ পাছত সন্থাৰ অধিবেশন বহে ১৯৯০ চনৰ ২৫,২৬,২৭ আৰু ২৮ অক্টোবৰ তাৰিখে চাৰিদিনীয়া কাৰ্যসূচীৰে মৰাণত। অধিবেশনত বিশিষ্ট অতিথি হিচাপে অংশ গ্ৰহণ কৰে সন্থাৰ অন্যতম প্ৰতিষ্ঠাপক শ্ৰী সন্তোষ কুমাৰ তপ্ন, ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্য শ্ৰী কমলেশ্বৰ বৰা. অসম সাহিত্য সভাৰ সভাপতি শ্ৰীনৱকান্ত বৰুৱা, সদৌ অসম ছাত্ৰ সন্থাৰ সভাপতি শ্ৰীঅতুল বৰা, অসম জাতীয়তাবাদী যুৱছাত্ৰ পৰিষদৰ সাধাৰণ সম্পাদক শ্ৰীঅদীপ ফুকন, নগা ছাত্ৰ ফেডাৰেচনৰ সভাপতি শ্ৰীৰুগোজেলহ পাফিন আৰু সাধাৰণ সম্পাদক শ্ৰী এচ, চুফংমেৰেণ জমিৰ, আৰু সদৌ টাই আহোম ছাত্ৰ সন্থাৰ সাধাৰণ সম্পাদক শ্ৰীঅৰুণ গগৈয়ে। আলোচনা চক্ৰ পৰিচালনা কৰে অসম চাহ শ্ৰমিক কল্যাণ পৰিষদৰ আয়ুক্ত শ্ৰীগেৰচন টিৰ্ক আৰু দৰং কলেজৰ অধ্যাপক ড° বিমল নাগে। স্মৃতিগ্ৰন্থ উন্মোচন কৰে প্ৰথিতযশী কবি শ্ৰীসনন্ত তাঁতীয়ে।

অধিবেশনত পৰৱৰ্ত্তী কাৰ্যকালৰ বাবে শ্ৰী লোকেশ্বৰ কুৰ্মীক সভাপতি আৰু

শ্ৰীএতুৱা মুণ্ডাক সাধাৰণ সম্পাদক নিৰ্বাচিত কৰে।

চাহ জনজাতি ছাত্ৰসন্থাই বিভিন্ন সময়ত সমাজখনৰ মংগল কামী দিশৰ প্ৰতি লক্ষ্য ৰাখি বিভিন্ন কাৰ্যসূচী হাতত লয়। তাৰে কিছুমানত কাৰ্যসূচী হাতত লয়। তাৰে কিছুমানত সফল হয় আৰু কিছুমানত বিফল হয়।

আৰ্থিক দিশত পিছপৰা সমাজখনৰ ছাত্ৰ-ছাত্ৰীৰ কাৰণে আছুতীয়া ভাৱে বৃত্তি প্ৰদান কৰিবলৈ ছাত্ৰসন্থাই এদিন চৰকাৰৰ ওচৰত দাবী তোলে। তাৰ ফলস্বৰূপে ১৯৬৩ চনৰ পৰা অসম চৰকাৰে চাহ জনজাতি ছাত্ৰ-ছাত্ৰীৰ কাৰণে সুকীয়া কৈ বৃত্তি দিয়াৰ প্ৰচলন কৰে। সেইসময়ত অসমৰ শিক্ষামন্ত্ৰী আছিল দেৱকান্ত বৰুৱা।

১৯৬৮ চনত ছাত্ৰ সন্থাৰ হেঁচাত অসম চৰকাৰে অসম চাহশ্ৰমিক কল্যাণ পৰিষদৰ জৰিয়তে প্ৰথম চাহ জনজাতি ছাত্ৰাবাস চিলঙত স্থাপন কৰে। প্ৰথমে ছাত্ৰাবাসটো আপাৰ মংথুমাইৰ এটা ভাড়াঘৰত আছিল। পিছত লিঙৰ বীভাৰ ৰোডত অৱস্থিত। প্ৰীমৰোজ ভিলাৰ বৃটিছ যুগৰ ঘৰবাৰী পৰিষদে কিনি লয় আৰু ছাত্ৰা বাসটো তালৈ স্থানান্তৰ কৰে। এতিয়াও তাতে ছাত্ৰাবাসটো চলি আছে। ইয়াৰ আগলৈকে চিলঙতপঢ়া ছাত্ৰসকলে এটা মেছ পাতি আছিল। চিলঙৰ লাইটুমুখ্ৰাত থকা মেছটো পতা হৈছিল ১৯৬০ চনত। নাম আছিল 'পিক' মেছ। তাত থকা ছাত্ৰসকল হ'ল (সৰ্বশ্ৰী) ছৰিনিউছ এগ্নিচিউছ একৰা, ভিক্টৰ মংগল বাৰ্লা, অভিৰাম একৰা, লিওবাগু, বলোৰাম নাগ, নিধিৰাম প্ৰধান, উমাকান্তকুৰ্মী, কাশী বিসওৱাল, আদি। চিলঙত ছাত্ৰাবাস হোৱাৰ পিছত পৰ্যায়ক্ৰমে গুৱাহাটী, তেজপুৰ, ডিব্ৰুগড়, যোৰহাট, নগাওঁ, লক্ষীমপুৰ, বিশ্বনাথ চাৰিআলি, চিলচৰ, কৰিমগঞ্জ আৰু ডিফুত ছাত্ৰাবাস স্থাপন কৰা হয়। চিলঙৰ দৰে নগাওঁ আৰু তেজপুৰত থকা ছাত্ৰাবাসৰ ঘৰ মাটি পৰিষদৰ নিজৰ। বাকীবোৰ ঠাইত ভাড়াঘৰত চলি আছে। চাহ জনজাতি ছাত্ৰীসকলৰ কাৰণে একমাত্ৰ তেজপুৰতহে ছাত্ৰী নিবাস আছে।

অৰাজনৈতিক সংগঠন হৈয়ো কেতিয়াবা ৰাজনীতিৰ পথাৰকো বিচৰণ কৰা দেখা যায়। চাহ জনজাতি প্ৰতিনিধিৰ পৰা অসম মন্ত্ৰী সভাত প্ৰতিনিধি ল'ব লাগে বুলি অসম চৰকাৰৰ ৰাজদৰ বাৰত চাহজন জাতি ছাত্ৰসন্থাই ১৯৬৮ চনৰ শেষৰ ফালে আৱাজ তোলে। সেই আৱাজৰ ফলস্বৰূপে ˚ মহেন্দ্ৰমোহন চৌধুৰী মন্ত্ৰী সভাত ˚ ছত্ৰগোপাল কৰ্মকাৰক ৰাজ্যিক শ্ৰমমন্ত্ৰী আৰু শ্ৰীশৰৎ চন্দ্ৰ সিংহৰ মন্ত্ৰী সভাত শ্ৰীগজেন তাঁতীক কেবিনেট শ্ৰমমন্ত্ৰী হিচাপে লোৱা হয়। তেতিয়াৰে পৰা আজিলৈকে চাহ জনজাতি প্ৰতিনিধিৰ পৰা অসম মন্ত্ৰী সভাত মন্ত্ৰী লোৱাৰ নিয়ম চলি আছে।



বহুতো সময়ত ছাত্ৰ নেতাসকলৰ বহুতকে অসম চাহ মজদুৰ সংঘৰ সম্পাদকৰ গাদী অথবা দিল্লী দিশপুৰৰ সপোন দেখি সেইমতে নিজক তৈয়াৰ কৰাত ব্যস্ত থাকে আৰু ছাত্ৰসন্থাক তাৰ আহিলা স্বৰূপে ব্যৱহাৰ কৰে। সমাজ সেৱাৰ নামত আত্ম সেৱা আৰু সন্তা-প্ৰেমৰ নামত টকা প্ৰেমৰ মাজত সোমাই পৰা বহুতকে দেখা যায়। যাৰ কাৰণে বহুতো কামত বিফলতাৰ গ্লানি সন্থাই বহন কৰিব লগা হৈছে। এইবোৰ অপ্ৰিয় হ'লেও সত্যকথা। 'নাম নোকোৱাই ভাল।

১৯৭৫ চনত শ্ৰীদীনেশ্বৰ তাছাৰ সভাপতিত্ব বহা মথুৰাপুৰ বৈঠকত সন্থাক পঞ্জীয়নভুক্ত কৰা আৰু সংবিধান সংশোধন কৰাৰ প্ৰস্তাৱ লোৱা হয়। সৰ্বশ্ৰী দীনেশ্বৰ তাছা, সুশীলকুৰ্মী, লক্ষণ হাজাম, সৰোজ বৰাইক, গোলাপ সোনাৰ, ওমৰ আলি আৰু বাকীপ্ৰসাদ তেলেঙাক লৈ এখন সংবিধান সংশোধনী উপ-সমিতি গঠন কৰা হয়।

১৯৭৬ চনত ˚চেনীৰাম কুৰ্মীৰ নেতৃত্বত চাহজনজাতি সমাজৰ উন্নতি কল্পে এখনি বিস্তৃত আঁচনি যুগুত কৰা হয় আৰু ২৬/১/৭৬ তাৰিখে ডিব্ৰুগড়ত বহা সন্থাৰ কাৰ্যকৰী সভাত গ্ৰহণকৰা হয়। আঁচনিত থকা মূল বিষয়বোৰ হ'ল সন্থাক অধিকতৰ শক্তিশালী ও সক্ৰিয় কৰা, নিৰক্ষৰতা দূৰীকৰণ, কৰ্ম ব্যৱস্থা, আৰ্থ-সামাজিক সাংস্কৃতিক দিশত জোৰ দিয়া, সমবায় আন্দোলন গঢ়ি তোলা, জনসংখ্যা ৰোধ কৰা, মাদক দ্ৰব্য বন্ধ কৰা, নাৰী সংগঠন গঢ়ি তোলা আৰু অসুবিধাবাদী প্ৰতিক্ৰিয়াশীল কাৰ্যকলাপ বোধ কৰা ইত্যাদি। এই আঁচনিৰ বশৱৰ্ত্তী হৈ ছাত্ৰ সন্থা মূৰ দাঙি উঠে আৰু অসমৰ বিভিন্ন ঠাইত তাৰ শাখা সন্থা গঠন হয়।

ছাত্ৰ সন্থাৰ প্ৰবল দাবীত চৰকাৰে অভিযান্ত্ৰিক, চিকিৎসা, কাৰিকৰী, কৃষি আৰু পশুচিকিৎসা আদি বিভাগত শিক্ষা ল'বৰ বাবে চাহ জনজাতি ছাত্ৰ-ছাত্ৰীৰ কাৰণে সংৰক্ষিত আসনৰ ব্যৱস্থা কৰে। সেইদৰে নাৰ্চিং শিক্ষাৰ বাবে অসম চাহ শ্ৰমিক কল্যাণ পৰিষদে যথোচিত ব্যৱস্থা গ্ৰহণ কৰে।

১৯৭৯ চনত আৰম্ভ হোৱা ছবছৰীয়া বিদেশী নাগৰিক বহিস্কৰণ আন্দোলনত চাহ জনজাতি ছাত্ৰ সন্থাই সক্ৰিয় অংশ গ্ৰহণ কৰে। আন্দোলনত অংশ গ্ৰহণ কৰাৰ কাৰণে 'লাচিত সেনা'ৰ নামত ভাবুকি দি ছাত্ৰ নেতাসকললৈ চিঠি দিয়া হৈছিল। দুষ্ট চক্ৰৰ প্ৰৰোচনাত অসমৰ চাহ বাগিচাবোৰত আশান্তিৰ জুই জ্বলে।

দৰং জিলাৰ কৌপাটী চাহ বাগিচাৰ ছাত্ৰনেতা শ্ৰীবাধনা ওৰাং, তিনিচুকীয়া জিলাৰ তাৰা চাহ বাগিচাৰ শ্ৰীমংগল কন্দ আৰু শ্ৰীসুখৰাম চুখা আৰু শোণিতপুৰ জিলাৰ চতিয়াৰ শ্ৰীমংগলচৰণ ৰোহিদাসকে আদি কৰি অসমৰ বিভিন্ন ঠাইত চাহ জনজাতিৰ বিভিন্নলোক শ্বহীদ হয়। চাহ জনজাতি আৰু অসমীয়া সমাজৰ মাজত ভুল বুজাবুজিৰ সৃষ্টিৰ হয়। আনকি চাহ বাগিচাৰ পৰা 'অসমীয়া বাবু' খেদা আৰম্ভ হ'বলৈ ধৰে। এই ভুল বুজা-বুজি দূৰ কৰিবৰ কাৰণে চাহ জনজাতি ছাত্ৰ সন্থাই এক সক্ৰিয় ভূমিকা গ্ৰহণ কৰি বিভিন্ন ঠাইত সভা সমিতি পাতি আৰু চাহ বাগিচাৰ মাজে মাজে ঘূৰি ৰাইজক বুজাব ধৰে। ভুল বুজা-বুজি দূৰ কৰাৰ নিমিত্তে চাহ জনজাতি ছাত্ৰ সন্থাই যোৰহাট জে. বি. কলেজত ১৯৭৯ চনৰ ডিচেম্বৰ মাহৰ ৭.৮ আৰু ৯ তাৰিখে অসম ভিত্তিত তিনি দিনীয়াকৈ এখন সভা পাতে। মুকলি সভা উদ্বোধন কৰে শ্ৰীগুৰুচৰণ কুৰ্মীয়ে আৰু সভাত সভাপতিত্ব কৰে অসম সাহিত্য সভাৰ তদাস্তিন সভাপতি শ্ৰীযতীন্দ্ৰ নাথ গোস্বামীয়ে। নিৰ্দ্দিষ্ট বক্তাৰ ভাষণ দিয়ে সেই সময়ৰ অসম সাহিত্য সভাৰ প্ৰধান সম্পাদক ড° নগেন শইকীয়া, অসম চাহ জনজাতি সাহিত্য-সংস্কৃতি পৰিষদৰ উপ-সভাপতি শ্ৰী দেউৰাম তাছা আৰু প্ৰধান সম্পাদক শ্ৰীসুশীল কুৰ্মীয়ে। আগদিনা সন্থাৰ সভাপতি শ্ৰী দীনেশ্বৰ তাছাৰ সভাপতিত্বত বহা আলোচনা সভাত তদাস্তিন আছুৰ সহকাৰী সাধাৰণ সম্পাদক শ্ৰীভৰত নৰহ, সদস্য-শ্ৰীদেৱকুমাৰ বৰা, অসম সাহিত্য সভাৰ সহকাৰী সম্পাদক শ্ৰী অমল ৰাজখোৱা, সদস্য শ্ৰীকুতুবুদ্দিন আহমেদ, অসম চাহ মজদুৰ সংঘ-যোৰহাট শাখাৰ সভাপতি শ্ৰীভোগেশ্বৰ কৰ্মকাৰ আৰু সম্পাদক শ্ৰী গুণাৰাম তাঁতীয়ে।

১৯৮০ চনৰ অক্টোবৰ মাহৰ ২৫ তাৰিখে আন্দোলনৰ কাৰ্য-সূচীৰ প্ৰতি লক্ষ্য ৰাখি আটছাৰ সাধাৰণ সম্পাদক শ্ৰীবাকী প্ৰসাদ তেলেঙা আৰু সহঃসম্পাদক শ্ৰীনৱেন তাঁতীক আছুৰ কাৰ্য নিৰ্বাহক সমিতিলৈ প্ৰতিনিধি সদস্যৰূপে মনোনীত কৰা হয়।

সময়ৰ গতিত চাহ জনজাতি ছাত্ৰ সন্থাই কুৰি দফীয়া আঁচনি গ্ৰহণ কৰি সময়ে সময়ে ধৰ্ণা বন্ধ আদিৰ কাৰ্যসূচী গ্ৰহণ কৰিছে। আন্দোলন কৰিছে। সফলো হৈছে, বিফলো হৈছে। মন্তব্য নিস্প্ৰয়োজন।



## অসম চাহ জনজাতি ছাত্ৰ সন্থাৰ সভাপতি/ সাধাৰণ সম্পাদকসকলৰ তালিকা ঃ

| সভাপতি | সাধাৰণ সম্পাদক | চন |
|---|---|---|
| *অসম ছোটনাগপুৰী ছাত্ৰ সন্মিলন ঃ* | | |
| ১) চাইমন সিংহৰ | সন্তোষ কুমাৰ তপ্ন | ১৯৪৭-৫০ |
| ২) নিৰোদ হেম্বৰম | উদয় আৰেয়া | ১৯৫০-৫৩ |
| *সদৌ অসম চাহ বাগিচা সম্প্ৰদায় ছাত্ৰ সন্থা ঃ* | | |
| ৩) হেৰেঞ্জ এব্ৰেজাৰ | গেৰচন টিৰু | ১৯৫৩-৫৭ |
| ৪) ইমিলচুৰীন | ধৰম দাস হেৰেঞ্জ | ১৯৫৭ -৬৩ |
| ৫) সুবান হ'ৰ | ভিক্টৰ মংগল বাৰলা | ১৯৬৩-৬৫ |
| ৬) সুবান হ'ৰ | বলোৰাম নাগ | ১৯৬৫-৬৬ |
| ৭) চিলবিউচ কন্দপান | বলোৰাম নাগ | ১৯৬৬-৬৮ |
| *অসম চাহ মজদুৰ সম্প্ৰদায় ছাত্ৰ সন্থা ঃ* | | |
| ৮) চিলবিউচ কন্দপান | পৱন সিং ঘাটোৱাৰ | ১৯৬৮-৭০ |
| *অসম চাহ মজদুৰ জনজাতি ছাত্ৰ সন্থা ঃ* | | |
| ৯) জিতেন চন্দ্ৰ চুণ্ডী | পৱন সিং ঘাটোৱাৰ | ১৯৭০-৭৩ |
| ১০) জিতেন চন্দ্ৰ চুণ্ডী | জয়চন্দ্ৰ নাগবংশী | ১৯৭৩-৭৫ |
| ১১) দীনেশ্বৰ তাছা | জয়চন্দ্ৰ নাগবংশী | ১৯৭৫-৭৬ |
| *অসম চাহ জনজাতি ছাত্ৰ সন্থা ঃ* | | |
| ১২) দীনেশ্বৰ তাছা | বাৰ্কী প্ৰসাদ তেলেঙা | ১৯৭৬-৮২ |
| ১৩) দীনেশ্বৰ তাছা | বাকী প্ৰসাদ তেলেঙা | ১৯৮২-৮৪ |

| | | |
|---|---|---|
| ১৪) বাকী প্ৰসাদ তেলেঙা | নৰেন তাঁতী | ১৯৮৪-৮৫ |
| ১৫) লোকেশ্বৰ কুৰ্মী | ভগীৰথ কৰণ | ১৯৮৫-৯০ |
| ১৬) লোকেশ্বৰ কুৰ্মী | এতুৱা মুণ্ডা | ১৯৯১-৯৬ |
| ১৭) সীমাঞ্চল দিগাল | কামাখ্যা প্ৰসাদ তাছা | ১৯৯৬-২০০০ |
| ১৮) সীমাঞ্চল দিগাল | কামাখ্যা প্ৰসাদ তাছা | ২০০০-২০০০ |
| ১৯) দুৰ্গা ভূমিজ | কামাখ্যা প্ৰসাদ তাছা | ২০০০-২০০৪ |
| ২০) দুৰ্গা ভূমিজ | তেৰচ গোৱালা | ২০০৪- |



# দুৰ্গা পূজাৰ বতৰত চাহ বাগিচাত বোনাচৰ খেলা

প্ৰতিবছৰে দুৰ্গা পূজাৰ বতৰত চাহ বাগিচাতবোৰত এক উত্তপ্ত পৰিবেশৰ সৃষ্টি হয়। কাৰণ এইটো বতৰতে পূজাৰ আগে আগে চাহ বাগিচাত বোনাচ দিয়া হয়। চাহ বাগিচাত বোনাচ দিয়াৰ নিয়ম বহুদিন আগৰেপৰা চলি আহিছে। নিয়ম মানুহে পাতে আৰু মানুহে ভাঙে। নিয়ম ভংগাৰ নিয়মেৰে বোনাচ দিব খুজিলে গণ্ডগোলৰ সৃষ্টি হোৱাটো স্বাভাৱিক। আজি শ্ৰমিকেও বুজি উঠিছে নিজৰ প্ৰাপ্য দাবীৰ কথা। সকলো মানুহকে সকলো দিনৰ বাবে বুৰ্বক বনাই ঠগি থাকিব নোৱাৰে। যাৰ কাৰণে আজি চাহ বাগিচাৰ চাহাব আৰু শ্ৰমিকৰ মাজত মৰামৰি হয়। শ্ৰমিকৰ ৰণচণ্ডী ৰূপদেখি পৰিস্থিতি চম্ভালিবলৈ পুলিচ মিলিটেৰী আহিব লগা হয়। পুলিচে লাঠি চলাব লগা হয়। সময়ত গুলী চলাব লগা হয়। সংঘৰ্ষৰ ফলত বহু বাগিচাত বহু শ্ৰমিক হতাহত হয়। বোনাচৰ এখন লীলা-খেলা প্ৰতি বছৰেই ঘটি থকা কাৰণে এতিয়া ই এক স্বতঃস্ফুৰ্ত্ত সাধাৰণ ঘটনাত পৰিণত হৈছে। স্বাভাৱিক ঘটনাত পৰিণত হ'লেও প্ৰাপ্য বোনাচৰ প্ৰশ্নত দাবী উত্থাপন কৰোতে লাঠী-গুলীৰে তাৰ প্ৰত্যুত্তৰ দিয়াটো এক অস্বভাৱিক আৰু অসাধাৰণ ঘটনা ৰূপে আজি চাহ বাগিচাৰ মজিয়ত পৰিণত হৈছে। বোনাচ প্ৰসংগত পাইকাৰী হাৰত আজি বাগিচাৰ শ্ৰমিক হতাহত হৈছে। যোৱা বছৰ উজনি অসমৰ কেইবাখনো চাহ বাগিচাত বন্দুকৰ গুলীত তেজৰ নৈ বৈ গৈছিল। চাহ বাগিচাৰ মালিক চাহাব নিয়ম ভঙাৰ দুৱাৰদলিত থিয় দিলে এইবাৰো যে তেনে অঘটন নঘটিব, তাৰ কি গেৰাণ্টি আছে।

চাহ বাগিচাত বোনাচ দিয়াৰ নিয়ম বহু পুৰণি। আগতে ঠিক মতে দিছিল কাৰণে গণ্ডগোল নাছিল। এতিয়া ঠিকমতে নিদিয়ে কাৰণে গণ্ডগোলবোৰ হৈছে। এটা কথা ঠিক যে এতিয়াও যি কেইখন বাগিচাই ঠিক মতে দিছে, তাত কিন্তু কোনো গণ্ডগোল নাই। ঠিক মতে চলা তেনে বাগিচাৰ সংখ্যা পিছে খুবেই কম। বোনাচ দিয়াৰ হাৰ চৰকাৰে বান্ধি দিছে এনেধৰণে,— লাভৰ মুখ দেখা বাগিচাই

দিব লাগিব ২০ শতাংশ হাৰত আৰু লোকচানৰ মুখ দেখা বাগিচাই দিব লাগিব ৮ দশমিক ৩৩ শতাংশ হাৰত। বাগিচাই লাভৰেই মুখ দেখক অথবা লোকচানৰেই মুখ তাত কোনো কথা নাই । বোনাচ কিন্তু দিবই লাগিব। নিদিলেই বাজি উঠে,— গণ্ডগোল। বোনাচ নিদিয়াকৈ কেনেকৈ পুলুঙা মাৰিব পাৰি আৰু দিব লগা হ'লেও কম হাৰত কেনেকৈ দিব পাৰি তাকে লৈ চলে বোনাছৰ খেলা। বোনাচৰ সেই খেলপথাৰত তিনিফালৰ পৰা তিনিটা দল নামে। এটা চৰকাৰৰ দল, এটা চাহ মজদুৰ সংঘৰ দল আৰু আনটো চাহ বাগিচাৰ মালিকপক্ষৰ দল। তিনিওটা দল বোনাচ নিৰ্ধাৰণৰ ক্ষেত্ৰত বোনাচৰ পথাৰত বুজা পৰাৰ খেলাত নামি পৰে। খেলা ভাল হ'লে শ্ৰমিকে বোনাচ ভোগ কৰে আৰু খেলা বেয়া হ'লে শ্ৰমিকে দুৰ্যোগত মৰে। ভাল আৰু বেয়াৰ মাজতে শ্ৰমিকৰ জীৱন বাটত বোনাচৰ খেলা চলে। এই বোনাচক লৈয়ে যোৱাবাৰ উজনি অসমৰ খোৱাং চাহ বাগিচাত তেজৰ নৈ বৈ যায়। গুলীয়াই হত্যা কৰা হ'ল প্ৰাপ্য দাবীত মাত মতা সাতজন শ্ৰমিকক তাৰে এগৰাকী শ্ৰমিক মহিলা আছিল অন্তঃসত্বা। বহুতো শ্ৰমিক আঘাতপ্ৰাপ্ত ও হয়। চাহ বাগিচাবোৰত এই ঘটনাক লৈ ভীষণভাৱে জুই জ্বলি উঠিলে। চাৰিওফালে বিভীষিকাৰ সৃষ্টি কৰিলে।

বাগিচাৰ পৰা চাহাব পলাব ধৰিলে। ইখনৰ পাছত সিখন বাগিচালৈ জুই বিয়পিব ধৰিলে। বাগিচাত পুলিচ মিলিটাৰী মোতায়েন কৰিলে। বিভিন্ন অনুষ্ঠান প্ৰতিষ্ঠান সন্থাসমূহে এই অমানৱীয় ঘটনাৰ তীব্ৰ গৰিহনা দিলে। এটা কালি দুটি পাতৰ ৰাজ্যত অশান্তিৰ ধুমুহা বলিব ধৰিলে। নেতা-পালি নেতাই বাগিচলৈ গৈ শ্ৰমিকৰ দুখত দুঃখিত হৈ ঘৰিয়ালৰ চকুপানী টুকি ক'লে। জনকৈ বৰনেতাক বোলে আধাবাটেৰে পৰা শ্ৰমিকে খেদি পঠালে। চৰকাৰে গুলী চালনাৰ তদন্তৰ নিৰ্দেশ দিলে তদন্তৰ প্ৰতিবেদন তাক নাজানিলে। প্ৰতিবেদন অনুসৰি কি ব্যৱস্থা গ্ৰহণ কৰিলে শ্ৰমিকে নাজানিলে। বগিচাৰ নিৰাপত্তাক লৈ দিশপুৰত চৰকাৰৰ জৰুৰী বৈঠক বহিলে। নিহতৰ পৰিয়ালবৰ্গলৈ এক লাখকৈ টকা দিয়াৰ কথা ঘোষণা কৰিলে। নিহতৰ পৰিয়াল বৰ্গই সেই টকাৰ মুখ দেখা পালেনে নাই ক'ব নোৱাৰিলো। ৰাজনৈতিক লাভা-লাভৰ কথা মনত ৰাখি ৰাজনৈতিক দলবোৰেও ঘটনাৰ গৰিহনা দলীয় ভাব-ভাষাৰে দিব ধৰিলে। খাৰজান চাহ বাগিচাৰে আদি কৰি ওচৰ পাজৰৰ প্ৰায় সকলোবোৰ বাগিচাৰে হাজাৰ হাজাৰ শ্ৰমিক ৰাজপথলৈ ওলাই আহি ৰাষ্ট্ৰীয় ঘাইপথ অৱৰোধ কৰিলে। জনৈক সাংসদ, বিধায়ক আৰু সংঘৰ বৰমুৰীয়াৰ প্ৰতিকৃত দাহ কৰিলে। সাংঘাতিকভাবে উত্তেজিত হৈ পৰা



শ্ৰমিকৰ আগত পুলিচ বাহিনী অসহায় হৈ পৰে। চাহ-জনজাতি ছাত্ৰ সন্থাই অসম বন্ধ দিয়ে । চেপন বাগিচাত শ্ৰমিক আৰু পুলিচৰ মাজত সংঘৰ্ষ লাগে পুলিচে কন্দুৱা গেছ এৰে আৰু লাঠিচালনা কৰে। উভয়পক্ষৰে লোকে আহত হয়।

এইবাৰ অসম চৰকাৰে পশ্চিম বংগ চৰকাৰৰ আধাৰত চিন্তা কৰিছিল। এই লৈ আলোচনাও চলিছিল। কিন্তু এতিয়ালৈকে কোনো ফল দিয়া নাই। চাহ বাগিচাৰ মালিকপক্ষই কথাবোৰ মানি লোৱা নাই। বাগিচাক আনে নাকি লগাব নোৱাৰে। বাগিচাইহে আনক নাকি লগায়। বোনাচ দিয়াৰ ক্ষেত্ৰত পশ্চিম বংগৰ চাহ বাগিচাবোৰক চাৰিটা ভাগত ভাগ কৰা হয়। বাগিচাৰ অৱস্থা চাই এ., বি., চি., আৰু ডি এই চাৰিটা ভাগত ভগোৱা হয় আৰু সেইমতে বোনাচ দিয়াৰ হাৰো ভাগ কৰি দিয়া হয়। অসম চৰকাৰেও তাকে কৰিব বিচাৰিছিল আৰু সেই মতে এ গ্ৰুপৰ বাগিচাই ২০ শতাংশ হাৰত, বি গ্ৰুপৰ বাগিচাই ১৫ শতাংশ হাৰত, চি গ্ৰুফৰ বাগিচাই ১১ দশমিক ৫ শতাংশ হাৰত আৰু ডি গ্ৰুপ বাগিচাই ৮ দশমিক ৩৩ শতাংশ হাৰত বোনাচ দিব লাগিব। এসময়ত চৰকাৰে আঁচনি লৈছিল দেখাত কথাটো বেয়া নাছিল; কিন্তু মালিকপক্ষই কথাটো মানি লোৱা নাই।

যি কি নহওক লাগে, যদিহে বোনাচ সম্পৰ্কত এক সুমীমাংসাত উপনীত হ'ব নোৱাৰে; তেনেহ'লে আগৰ দৰে এইবাৰো যে চাহ গছৰ মাজে মাজে বোনাচৰ জুই নজ্বলিব তাৰ কি মানে আছে?..

# আসাম মৰলে হামৰাও মৰব

প্ৰায় ডেৰশ বছৰৰ আগৰ কথা। অসমত চাহ খেতি আৰম্ভ হৈছে মাত্ৰ। চাহ বাগিচাত কাম কৰিবলৈ ভাৰতৰ বিভিন্ন ৰাজ্যৰ পৰা ফুচুলাই শ্ৰমিক অনা হৈছিল। 'চলমিনি আছাম যাব, দেশে বড় দুখৰে; আসাম যায়ে সুখে খাব, সনাৰ আসাম দেশৰে' বুলি দালালিৰ চলাহি কথাত ভোল গৈ, স্ফূৰ্তি মনেৰে অসমলৈ আহিছে। আহোঁতে বাটত বেমাৰত পৰি বহুত লোক মৰিছে। যি ভাবি অসমলৈ আহিল তাৰ সব ওলোটা পালে। বাগিচাত একৰকম বন্দী হৈ থাকিব লগা হ'ল। মনত দুখত বনুমইৰ গীতৰ মাজেদি মনৰ ভাব প্ৰকাশ কৰিলে এইদৰে ঃ 'ছৰ্দাৰ বলে কাম কাম, বাবু বলে ধৰে আন, চাহাব বলে লিব পিঠেৰ চাম, ফাকি দিয়ে আনিল আছাম।' ভিন ভিন ৰাজ্যৰ পৰা শ্ৰমিকসকলে সংস্কৃতি কঢ়িয়াই আনিলে। ইয়াত আহি বাগিচাৰ একেটা লাইনতে থাকিবলৈ ল'লে। এটি কলি দুটি পাতৰ মাজত গঢ় লৈ উঠিল এক সংমিশ্ৰিত সংস্কৃতি। এই সংস্কৃতিয়েই হ'ল চাহ বাগিচাৰ সংস্কৃতি।

'সকলোৰে নিজা সংস্কৃতি আছে। নিজা ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ, পূজা-পাৰ্বণ, সাজ-পোছাক, নৃত্য-গীত আৰু ব্যৱহাৰিক বাদ্য-যন্ত্ৰ আছে। এইবোৰে সমাজ এখনৰ পৰিচয় দাঙি ধৰে। ভাৰতৰ অন্যতম আদিবাসী দ্ৰাৱিড় জাতিৰ বংশধৰ চাহ জনজাতিসকলক আগতে 'কুলী' বুলিছিল। চাহ বাগিচাৰ সংস্কৃতিত আদিবাসী সংস্কৃতিৰ প্ৰভাৱ থকা দেখা যায়। আদিবাসীসকলক সাম্প্ৰতিক অসমৰ জনজাতিসকলৰ লগত ৰিজাব পাৰি। ভাৰতৰ আদিবাসীসকল জড় উপাসক আছিল।

অসম-ভূমিত থিতাপি লোৱা তেওঁলোকৰ বংশধৰ চাহ জনজাতিসকলো জড় উপাসক। বায়ু, সূৰ্য্য, গছ, সাপ আদিক পূজা কৰাৰ ৰীতি-নীতি জাতিভেদে কম-বেছি পৰিমাণে আছে। ভূত-প্ৰেতৰ অনুভৱ ৰবকৈ কৰে বাবে বলি-বিধান সহকাৰে ভূত-প্ৰেতৰ পূজা-পাতল মন দি কৰা দেখা যায়। তাৰ মাজতে চলি আছে তন্ত্ৰ-মন্ত্ৰৰ পূৰ্বাপৰ প্ৰচলন। পশু-পক্ষী বলি দিয়াৰ নিয়ম আছে। জাতিভেদে জীৱ-জন্তু বধ কৰি ভক্ষণ কৰাৰ নিয়ম আছে। চাহ শ্ৰমিক সম্প্ৰদায়ে বৈদিক ৰীতি-নীতি



অনুসাৰে সামাজিক কৰ্ম কৰে। চাহ জনজাতিৰ লোকসকলৰ আৰ্থিক অনাটনৰ মাজত থাকি মানসিকভাৱে দুৰ্বল হৈ পৰাত ভূ-প্ৰেত, জৰা-ফুকা, তন্ত্ৰ-মন্ত্ৰৰ ওপৰত বিশ্বাস ৰাখে। অন্ধবিশ্বাসী মনবোৰক আন্ধাৰে আৱৰি ৰাকে। মনবোৰ আন্ধাৰ হৈ থাকে। তেওঁলোকে ভিতৰখন আন্ধাৰ কৰি নাৰাখিলে ভূত-প্ৰেত থকাত অসুবিধা হ'ব বুলি ভাবে। অসুবিধা হ'লে ভূত-প্ৰেতৰ খং উঠিব আৰু ঘৰখনৰ অমংগল কৰিব। সেয়ে লক্ষ্য ৰাখে যাতে ভূত-প্ৰেতৰ কোনো অসুবিধা নহয়। সিহঁতক সন্তুষ্ট কৰি ৰাখিবৰ কাৰণে ঘৰৰ ভিতৰত 'ভূত-থান' পাতে। বাহিৰতো এখন পাতে। তাত পূজা-পাতল পাতে। 'য'ত জীৱ জংগম, কীট-পতংগম...' কথাষাৰ আগত ৰাখিয়ে বোধহয় চাহ জনজাতিসকলে ভূত-প্ৰেতৰ পূজা কৰে। চাহ বাগিচাৰ সংস্কৃতিত অসমীয়া সংস্কৃতিৰ প্ৰভাৱ পৰা পৰিলক্ষিত হয়। যাৰ ফলত দুয়োটা সংস্কৃতি অজানিতভাৱে ওচৰ চাপি যোৱা দেখা গৈছে। ব'হাগ বিহুত গো-সেৱা কৰা আৰু হুঁচৰি গোৱা যিদৰে অসমীয়া সংস্কৃতি, ঠিক সেইদৰে দাহৰাই পৰৱত গো-সেৱা কৰা আৰু হঁচৰি সদৃশ 'জাহলী' গোৱাটো চাহ জনজাতিৰ সংস্কৃতি। অসমীয়া সমাজে হুঁচৰিত গাইছে— 'দেউতাৰ পদুলিত গোন্ধাইছে মাধুৰী, কেতেকী মলে মলাই ঐ গোবিন্দাই ৰাম'। ঠিক সেই একেদৰেই চাহ জনজাতি সমাজে জাহলীত গাইছে— 'ফালমাকে যবে ভালা তুলসীকা পিণ্ডাহো, ওপৰে যে উড়ে হাঁসা ৰাজাৰে...'। দুয়োৰে ভাবাৰ্থ একেই। অনুভূতিও একেই। ব'হাগ বিহুত অসমীয়া সমাজে আহতৰ তলত নৃত্য-গীত কৰাৰ দৰে কৰম পৰৱতী চাহ জনজাতি সমাজে কৰম গছৰ তলত নৃত্য-গীত কৰে। কৰম গছ হ'ল চিকামৰলীয়া গছ। কৃষি উৎসৱৰ লগত দুয়োবিধৰে সম্বন্ধ আছে।

চাহ জনজাতি সমাজে জাতি আৰু ঠাইভেদে কম বেছি পৰিমাণে পালনকৰা পূজা-পৰৱবোৰ হ'ল — (১) কৰম পূজা (২) টুসু পূজা (৩) গৰয়া বা কালীপূজা (৪) গ্ৰাম পূজা (৫) ফাকুৱা পৰৱ (৬) ফুচপুনীমাৰ পূজা (৭) বড় পাহাড়ী পূজা (৮) বীৰ পূজা (৯) চাৰুলপূজা (১০) কুড়াল বাগদেই পূজা (১১) সূৰ্যাহী পূজা (১২) ক্ষেত্ৰ পূজা (১৩) দুৰ্গা পূজা (১৪) মনসা পূজা (১৫) কুকুৰা যুঁজ (১৬) মংলা পূজা (১৭) ধৰম পূজা (১৮) গংগা পূজা (১৯) সত্য নাৰায়ণ পূজা (২০) ত্ৰিনাথ মেলা (২১) লক্ষ্মী পূজা (২২) গণেশ পূজা (২৩) তুলসী পূজা (২৪) জন্মাষ্টমী (২৫) শিৱৰাত্ৰি (২৬) চড়ক পূজা ইত্যাদি।

গীত-মাতবোৰ হ'ল— (১) ঝুমইৰ গীত (২) দমকচ গীত (৩) টুচু গীত (৪) সঁহৰআই গীত (৫) সাদী গীত (৬) মনসা গীত (৭) কাঠী নাচৰ গীত (৮)

ঘেৰা গীত (৯) লবী বা চেনা খেলা গীত ইত্যাদি।

নৃত্য-নাচবোৰ হ'ল (১) ঝুমইৰ নৃত্য (২) টুসু নৃত্য (৩) কাঠী নৃত্য (৪) দণ্ড নৃত্য (৫) দমকচ নৃত্য (৬) নটুৱা নৃত্য (৭) ঝাণ্ড নাচ ইত্যাদি।

বাদ্য-যন্ত্রবোৰ হ'ল (১) ঢাঁক (২) ঢোল (৩) মাদল (৪) ধুমুচা বা নাগৰা (৫) জাফলা (৬) শাহনাই (৭) মদন ভেড়ী (৮) মুৰুলী (৯) ঝাঁঝ ইত্যাদি।

চাহ বাগিচাৰ সংস্কৃতিৰ পথাৰখন বৰ সৰু নহয়। প্ৰচাৰৰ অভাৱত ই সৰু হৈ আছে। চাহ বাগিচাৰ সংস্কৃতিত এক স্বকীয়তা আছে। পূৰ্ব ভূমি 'দেশ'ৰ কথা আৰু এতিয়াৰ ভূমি অসমৰ কথা চাহ বাগিচাৰ গীত-মাতৰ মাজত সোমাই আছে। গীতৰ মাজেদি অন্ত পেলায় কেতিয়াবা দেশৰ কথা। মনত পেলায় অসমৰ কথা। মনত পেলায় নিজৰ অৱস্থাৰ কথা।

দেশৰ কথা মনত পেলাই গায় ঃ —
'পুৰুল্যাতে দেখে আইলাম
লহাৰ খুটাই বাঘ বান্ধা,
সে বাঘে কি মানুস খাইমা
দেখব বাঘেৰ তামাচা।'

অসমৰ কথা মনত পেলাই গায় ঃ —
'আছাম মৰলে হামৰাও মৰব
কণ ভুল নাইৰে,
জীৱনে মৰণে আছাম
সনাৰ আছাম দেশৰে।'

নিজৰ কথা মনত পেলাই গায় ঃ —
'হামৰা বলে ওৱাইন ৰে;
তাৰা জানে মদেৰ ব্যৱহাৰ
হামৰা জানি ভাঙিতে দোৱাৰ।'



# কি নাম দি মাতিম তোমাক

আজি কিছুদিনৰ পৰা চাহ জনজাতিসকলক কি, নামেৰে মাতিলে ভাল হয় এই, বিষয়ে কিছুলোকে লিখা-মেলা কৰিব ধৰিছে। চাহবাগিচাক কেন্দ্ৰ কৰি চাহ জনজাতিসকল অসমলৈ অহা ডেৰশ বছৰবো বেছি হ'ল। ইমান বছৰ পাৰ হৈ যোৱাৰ পিছতো জাতি বা সমাজ এখনক কি নাম দি মাতিব মনৰ ভিতৰত এতিয়াও দোধোৰ-মোধোৰ লাগি আছে। নামটোক লৈ মাজে-সময়ে বাদানুবাদৰ সৃষ্টি হৈছে। কাগজে-পত্ৰই লিখা-মেলা চলিছে। ভাবি চালে এনে হোৱাৰ কোনো কাৰণ নাই। গদা ঘূৰোৱাৰ নিচিনা হৈছে। নামকৰণ হ'বলৈ এতিয়া বাকী নাই। নামকৰণ ইতিমধ্যে হৈ গৈছে।

বগা চাহাবৰ দিনত তেওঁলোকক কুলী বুলিছিল। তেওঁলোকো থকা এলেকাসমূহক কুলী-লাইন বুলিছিল। সময়ৰ গতিত এই নাম সলনি হ'ল। কুলীৰ ঠাইত মজদুৰ হ'ল। চাহ মজদুৰ নামে জনাজাত হ'ল। চাহ মজদুৰ ছাত্ৰ সন্থাকে ধৰি চাহবাগিচাৰ বিভিন্ন সংগঠনবোৰৰ নামৰ মাজত 'চাহ মজদুৰ' নামটো সংযোজন হ'ল। এই নামেৰে বহু দিন চলিল। চাহ মজদুৰ ছাত্ৰসন্থাৰ চেপন অধিৱেশনত নামকৰণক লৈ বহুত বাদানুবাদ চলিল। নামকৰণক লৈ এইটোৱে বোধহয় বহল ভিত্তিত প্ৰথম মতবিৰোধ। কাগজে-পত্ৰই তৰ্কযুদ্ধ চলিল। এয়া ১৯৬৭-৬৮ চনৰ কথা। আমি তেতিয়া কলেজত পঢ়ি আছো। আজিৰ সু-সাহিত্যিক নাৰায়ণ ঘটোৱাৰ তেতিয়া চাহ মজদুৰ ছাত্ৰ সন্থাৰ আলোচনী সম্পাদক। ছাত্ৰ সন্থাটিৰ মুখপত্ৰ হিচাপে 'সেউজীপাত' নামৰ এখন নিজা আলোচনী আছিল। ঘাটোৱাৰ কেবাবছৰ ধৰি তাৰ সম্পাদক আছিল। তেখেতৰ দিনত নিয়মীয়াবাবে আলোচনীখনৰ প্ৰকাশ পাইছিল। এতিয়া নাপায়। নামকৰণৰ চাকনৈয়াত এদ্দিন তেখেত পৰে। তেখেতৰ সবল যুক্তি কাগজত প্ৰকাশ পৰে পৰে। কাগজত বিভিন্নজনে লিখা-মেলা কৰিব ধৰে। আমিও লিখিব ধৰোঁ। ছাত্ৰ সন্থাৰ পৰা ঘাটোৱাৰক বহিষ্কাৰ কৰে। আমাৰ তেতিয়া কোনো বিষযবাব নাছিল। এইদৰে কিছুদিন গ'ল। তাৰ পিছত সুবিধাবাদীসকলে 'চাহ মজদুৰ' নামটো লৈ ৰাজনীতি খেলিব ধৰিলে। বাগিচাবাসীসকলে 'চাহ-মজদুৰ' সকলক বস্তিবাসী 'প্ৰাক্তন চাহ মজদুৰ' সকলৰ

পৰা পৃথক কৰাৰ প্ৰয়াস কৰিব ধৰিলে। অ'ত দিনে এক হৈ থকা সমাজখনক নামকৰণৰ দোহাই দি দুভাগ কৰাৰ চেষ্টা চলোৱাত নামকৰণক লৈ আকৌ দি দুভাগ কৰাৰ চেষ্টা চলোৱাত নামকৰণৰ লৈ আকৌ চিন্তা কৰিব লগা হ'ল। বাগান-বস্তিৰ সকলো মানুহ, কি চাহ মজদুৰ, কি প্ৰাক্তন চাহ মজদুৰ সকলো মানুহ, কিচাহ মজদুৰ, কি প্ৰাক্তন চাহ মজদুৰ, সকলো মিলি যাতে এখন বৃহত্তৰ সমাজ হৈ থাকিব পাৰে তাৰ বাবে এক নতুন নামৰ প্ৰয়োজন হ'ব ধৰিলে। এয়া আশী দশকৰ কথা। বিভিন্নজনে বিভিন্ন নামকৰম আগবঢ়ালো। কাগজে-পত্ৰই লিখা-মেলা কৰিলে। আমিও লিখিলো। তেতিয়া আমি চৰকাৰী চাকৰিয়াল। চাহ মজদুৰৰ নতুন নামকৰণৰ লৈ বিভিন্নজনে আগবঢ়োৱা নামবোৰ এনে ধৰণৰঃ সাহিত্যিক পেঞ্চনাৰ প্ৰয়াত মেঘৰাজ কৰ্মকাৰে নামকৰণ কৰিলে 'সেউজ অসমীয়া' নামেৰে, সু-সাহিত্যিক প্ৰহ্লাদ চন্দ্ৰ তাছাই নামকৰণ কৰিলে 'চাহ শ্ৰমিক' নামেৰে, ছাত্ৰ-সন্থাৰ প্ৰাক্তন সভাপতি বিতৰ্কিত লেখক দীনেশ্বৰ তাছাই নামকৰণ কৰিলে 'চাঃ প্ৰাঃ জঃ জঃ' নামেৰে, অসম সাহিত্য সভাই নামকৰণ কৰিলে 'চাহবাগিচাৰ অসমীয়া' নামেৰে, আমি নামকৰম কৰিলো 'চাহ জনজাতি' নামেৰে, অসম সাহিত্য সভাৰ সভাপতি প্ৰয়াত মহেন্দ্ৰ বৰাই নামকৰণ কৰিলে 'চাহপতীয়া' নামৰে, সেউজীপাতৰ শিল্পী প্ৰয়াত চেনীৰাম কুৰ্মীয়ে 'চাহমজদুৰ' নামটোকে বাহাল ৰখাৰ মত পোষণ কৰে আৰু ছাত্ৰ সন্থাৰ প্ৰাক্তন সভাপতি অধিবক্তা প্ৰয়াত সুভান হ'ৰই নামকৰণ কৰে 'চাহ জনগোষ্ঠী' নামেৰে। এই নামকৰণ লৈ বহুত আলোচনা-চক্ৰ বহিল। কাগজত লিখা-মেলা চলিল। কিছুমানে আকৌ 'আদিবাসী' নামটো হ'ব লাগে বুলি ক'লে। নানাজনৰ নানা মত। এনেতে বিন্দুকুৰি চাহবাগিচাত ছাত্ৰ সন্থাৰ পূৰ্ণাংগ অধিৱেশন বহে। অধিৱেশনত দুদিন ধৰি নামকৰণক লৈ আলোচনা চ'লে। আলোচনাত অসমৰ প্ৰায়সকলো ঠাইৰ পৰা অহা প্ৰতিনিধিয়ে অংশগ্ৰহণ কৰে। আলোচনাত বৰ বাক্-বিতণ্ডা হয়। বহু বাক্-বিতণ্ডাৰ মূৰত তিনিটা নাম বছা হয়। নাম তিনিটা হ'ল,— 'চাহ মজদুৰ', 'চাহ জনগোষ্ঠী' আৰু 'চাহ জনজাতি'। এতিয়া এই তিনিটা নামৰ কোনটো নামক ৰখা হয় আৰু কোন দুটা নামক দিয়া হয় তাকলৈয়ো বাক্-বিতণ্ডাৰ সৃষ্টি হয়। বহু বাক্-বিতণ্ডাৰ পিছত সৰ্বসন্মতিক্ৰমে দুটাক বাদ দিয়া হয়। বাদ দিয়া দুটাৰ এটা হ'ল চাহ মজদুৰ আৰু আনটো হ'ল 'চাহ জনগোষ্ঠী'। বাকী থাকিল 'চাহ জনজাতি' নামটো। বিপুল হৰ্ষধ্বনিৰ মাজত সৰ্বসন্মতিক্ৰমে 'চাহ জনজাতি' নামটো। বিপুল হৰ্ষধ্বনিৰ মাজত সৰ্বসন্মতিক্ৰমে 'চাহ জনজাতি' নামটো। বিপুল হৰ্ষধ্বনিৰ মাজত সৰ্বসন্মতিক্ৰমে 'চাহ জনজাতি'



নামকৰণটো গ্ৰহণ কৰা হয়। আগতে ইয়াৰ নাম আছিল 'অসম চাহ মজদুৰ জনজাতি ছাত্ৰ সন্থা'। নতুন নামকৰণ হ'ল 'অসম চাহ জনজাতি ছাত্ৰ সন্থা'। লাহে লাহে আনবোৰ অনুষ্ঠান-প্ৰতিষ্ঠানৰ নামবোৰতো 'চাহ জনজাতি' নামটো অন্তৰ্ভুক্ত কৰি নতুন নতুন নামেৰে নামকৰণ কৰিলে। যেনে,— (১) চাহ জনজাতি সঞ্চালকালয়, (২) অসম চাহ জনজাতি কল্যাণ পৰিষদ, (৩) উত্তৰ অসম চাহ জনজাতি কলা-কৃষ্টি বিকাশ-কেন্দ্ৰ, (৪) চাহ জনজাতি ছাত্ৰাবাস, (৫) চাহ জনজাতি ছাত্ৰী নিবাস, (৬) চাহ জনজাতি জিৰণী চ'ৰা, (৭) চাহ জনজাতি মহিলা সমিতি, (৮) চাহ জনজাতি সংগ্ৰাম পৰিষদ, ইত্যাদি ইত্যাদি। লিখি হ'লে তালিকা দীঘল হৈ যাব। অসম চৰকাৰেও চাহ জনজাতি নামটোকে গ্ৰহণ কৰিছে। লেখক-লেখিকাসকলেও 'চাহ জনজাতি' নামটোকে ব্যৱহাৰ কৰিছে। বাতৰি কাকত-আলোচনীতো চাহ জনজাতি নামটো ব্যৱহাৰ হ'ব ধৰিছে। মানুহৰ মুখতো চাহ জনজাতি নামটো ব্যৱহাৰ হৈছে। চাহ জনজাতি নামটো আজি সকলোৱে আদৰি লৈছে। ইয়াৰ পিছতো চাহ জনজাতিসকলৰ নতুন নামকৰণৰ কথা অহাটো দুৰ্ভাগ্যজনক। সমাজখনৰ শিক্ষা-দীক্ষা, আৰ্থিক আদি সকলো ফালৰ পৰা পিছপৰি থকাৰ কথা চিন্তা কৰাহে বেছি সমীচীন। নামৰ দ্বাৰা সমাজ এখন আগুৱাই নিব নোৱাৰি। কামৰ দ্বাৰাহে সমাজ এখন আগুৱাই নিব পাৰি। নামে সমাজৰ প্ৰগতি সাধন নকৰে। কামহে সমাজৰ প্ৰগতি সাধন কৰে। প্ৰগতিশীল সমাজ এখনক যি নাম দিয়েই মতা যায়, সেয়ে মিঠা! পদ্মলোচনৰ চকু এটা টেৰা বা ৰূপেশ্বৰীৰ ৰূপ কুৎচ হ'লে নামৰ সাৰ্থকতা হেৰাই যায়। সমাজ এখনৰ ক্ষেত্ৰতে একে কথা। সমাজখনৰ প্ৰগতিৰ কথা চিন্তা কৰাহে প্ৰগতিশীল মনৰ পৰিচয়।

# চাহ মজদুৰ নতুন পুৰুষ

চাহ মজদুৰ জাতীয় শব্দবোৰ সম্প্ৰতি এক বিবদ মান শব্দত পৰিণত হৈছে। চাহ মজদুৰ বুলি ক'লে চাহ বাগিচাত থাকি চাহৰ মজুৰি বা মজদুৰী কৰা লোক সকলহে সাধাৰণ অৰ্থত বুজোৱা হয়। তেওঁলোকৰ পৰিয়াল বৰ্গকো ইয়াৰ লগত সাঙোৰা হয়। আগতে বাগিচাত থাকি সময়ৰ গতি বাগিচাৰ পৰা ওলাই আহি গাওঁ অঞ্চলত থিতাপি লৈ খেতি বাতিৰ লগত সম্পৰ্ক গঢ়ি জীৱিকা নিৰ্বাহ কৰা লোকসকলক প্ৰাক্তন চাহ মজদুৰ বুলি কোৱা হয়। বাগিচাবাসী চাহ মজদুৰেই হওঁক বা গাঁওবাসী প্ৰাক্তন চাহ মজদুৰেই হওঁক সকলোৱেই এদিন ভাৰতৰ বিভিন্ন প্ৰান্তৰ পৰা অসমলৈ আহিছিল চাহ বাগিচাত একমাত্ৰ কাম কৰিবৰ কাৰণহে। পোনতে তেওঁলোকক "কুলী' আৰু তেওঁলোকে বাসকৰা বাগিচাৰ লাইনবোৰক "কুলী লাইন' বুলি কোৱা হৈছিল। লেখক সকলেও তেওঁলোকৰ লিখনিত এইদৰেই অভিহিত কৰিছিল। আজিকালি কুলী বুলি ক'বলৈ ইতঃস্থতঃ বোধ কৰিলেও অভ্যাসগত অজানিত ভাবহে বহুতৰেই মুখত বহুত সময়ত কুলী শব্দ ওলাই পৰা দেখা যায়। নহ'লে ডিবৰুৰ সেই ভদ্ৰলোকজনে চাহ মজদুৰৰ "ৰতনলাল" চিনেমাখনক হঠাতে "কুলী চিনেমা" বুলিকৈ ইতঃস্থতঃ বোধ কৰিব লগা নহ'লেহেঁতেন। অসমলৈ অহা ইংৰাজ সকলক "বগা বঙাল" বুলি কোৱা হৈছিল। সেইদৰে অসমৰ বাহিৰৰ পৰা অহা বাবেই বোধকৰোঁ চাহ মজদুৰ সকলকো কুলী শব্দটো প্ৰয়োগ কৰি "কুলী বঙাল" বুলি কৈছিল। বেছিভাগে সাৰ্বজনীন ভাবে চাহ বনুৱা বা চাহ মজদুৰ বুলি কয় আৰু এই নামেই সম্প্ৰতি প্ৰচলিত। ভালদৰে ফঁহিয়াই চালে দেখা যায় যে চাহ বনুৱা বা চাহমজদুৰ শব্দ দুটা নীচাত্মক 'কুলী' শব্দৰে ৰূপান্তৰ মাথোন। অন্তৰ্নিহিত অৰ্থ একেই। আনহাতেদি ওপৰত উল্লেখ কৰা মতে চাহ বনুৱা বা চাহমজদুৰ বুলি ক'লে বাগানৰখিনিকে বুজোৱা হয়। এই লৈ কিছুমান সুবিধাবাদীয়ে বাগান বস্তিৰ চাহমজদুৰ সম্প্ৰদায়ৰ মাজত বিভাজন আনিবৰ চেষ্টা কৰা দেখা গৈছে। সেই সুবিধাবাদীসকল ইমান দূৰ আগ বাঢ়িছে যে বাগান বস্তিত থকা চাহমজদুৰ সম্প্ৰদায়ৰ সকলো ছাত্ৰ-ছাত্ৰীসকলে গঠিত সদৌ অসম চাহ মজদুৰ জনজাতি ছাত্ৰ সন্থাৰ মাজতো



বিভ্ৰান্তিমূলক ধ্যান ধাৰণা সুমুৱাই দিবৰ চেষ্টা কৰি বিশৃংখলাৰ সৃষ্টি কৰাত উঠি পৰি লগা দেখা গৈছে। যাৰ কাৰণে কিছুমান ঠাইত উক্ত সন্থাৰ কিছুমান শাখাই তেওঁলোকৰ সভা-সমিতি অধিবেশন আদি পতাৰ ক্ষেত্ৰত অপ্ৰত্যাশিত ভীষণ অসুবিধাৰ সন্মুখীন হ'ব লগা হৈছে। তাৰ বাবে চাহ মজদুৰ নতুন পুৰুষসকল বিক্ষুব্ধ হৈ পৰিছে। চাহবনুৱা বা চাহমজদুৰ নামাকৰণেৰে বাগিচাবাসী চাহমজদুৰ আৰু গাঁও বা চহৰবাসী প্ৰাক্তন চাহমজদুৰ সকলোকে সামৰিবলৈ যত্ন কৰা হয় যদিও প্ৰকৃতাৰ্থত অপাৰগ হোৱা দেখা যায়। ফলস্বৰূপে কিছুমানলোকে কিছুমান সুবিধাৰ বাবে এই সমাজৰ মাজত বিভেদ আনিবলৈ নিৰ্লজ্য ভাবে যত্ন কৰি আছে। যিজন চাহ বাগিছাত মজুৰি বা বন কৰে সেইজন বাৰু চাহমজদুৰ বা চাহবনুৱা; কিন্তু চাহ বাগিচাত কাম নকৰা কোনোবা মংলা বা বুধু চৰ্দাৰৰ পুতেক জীয়েকহঁতক বাৰু কি বুলি ক'ব? সেইদৰে বহুদিনৰ আগতে বাগিচাৰ পৰা ওলাই আহি গাঁৱত বসবাস কৰি থকা বাগিচাৰ লগত কোনো সম্পৰ্ক নৰখা সকলৰ সতি-সন্ততি সকলক কি বুলি ক'ব? এইলৈ বহুৰতে মাজত খেলি-মেলি ভাবৰ উদয় হোৱা দেখা যায়। সদৌ অসম চাহমজদুৰ জনজাতি ছাত্ৰ সন্থাই বাগিচাবাসী আৰু গাঁওবাসী ছাত্ৰ-ছাত্ৰীক শুদ্ধ নামেৰে সামৰিব পাৰিছেনে নাই এইলৈ বহুতৰে সন্দেহ। সেয়ে সন্থাৰ এই নামাকৰণ সলাব লাগে বুলি বহুতো চাহমজদুৰ নতুন পুৰুষে তেওঁলোকৰ পৰিষ্কাৰ মত ব্যক্ত কৰে। এই ক্ষেত্ৰত একমত যে চাহমজদুৰ জাতীয় নামবোৰ নীচাত্মকবোধ আৰু ই বাগান বস্তিৰ সকলোকে শুদ্ধ নামেৰে সামৰিব পৰা নাই; যাৰ ফলত ঠায়ে ঠায়ে বিভাজনে মূৰ দাঙি উঠিছে আৰু সেয়ে এই নাম এৰি নতুন নাম নল'লে চাহমজদুৰ নতুন পুৰুষসকলে এইকথা উপলব্ধি কৰাত শুভাকাঙ্খী সচেতন ব্যক্তিসকলে ভাল পাইছে।

সাপ্তাহিক নীলাচৰ সম্পাদক শ্ৰীমুনীন্দ্ৰ নাৰায়ণ দত্ত বৰুৱাই সদৌ অসম চাহ মজদুৰ জনজাতি ছাত্ৰ সন্থাৰ সভাপতি শ্ৰীদীনেশ্বৰ তাছালৈ লিখা এখন চিঠিত উল্লেখ কৰিছিল এইদৰে,— "চাহমজদুৰ নামটো মই পচন্দ নকৰোঁ। তোমালোকে দকৈ ভাবিচিন্তি এনে এটা নাম উলিয়াবা যিটো নামত কোনো হীনমন্য ভাৱৰলোক নাথাকে। আজিৰ এই চাহমজদুৰ সকলৰ চিৰদিন মজদুৰ হৈ থাকিবলৈ জন্মগ্ৰহণ হোৱা নাই। তোমালোক অচিৰেই অসমৰ বাগিচাবোৰৰ মালিক হ'ব লাগিব বিৰোধৰ মালিকী স্বত্বত নাথাকিব শোষণ দম্ভ আৰু উচ্চাত্মিকভাবে অসহনীয় বেদনা। সেই সময়ত মজদুৰ নামটো জানো খাপ খাব?" অসম সাহিত্য সভায়ো চাহ মজদুৰ বা চাহ বনুৱা নামকৰণৰ সদায় বিৰোধীতা কৰি আহিছে। বিভিন্ন

সময়ত চাহবনুৱা বা চাহ মজদুৰ শব্দবোৰ বাদদি "চাহবাগিচাৰ অসমীয়া" আদি নামেৰে চিহ্নিত কৰিব খুজিলেও গাঁওবাসী প্ৰাক্তন চাহমজদুৰ সকল তাৰ পৰা বাদ পৰি যোৱাৰ আশা দেখি দোধোৰ-মোধোৰ অৱস্থাত পৰি কোনো খাটাং সিদ্ধান্তত উপনিত হ'ব পৰা নাই।

নতুন কি নামেৰে নামাকৰণ কৰিলে কুলী ভাৱাপন্ন নীচাত্মক চাহমজদুৰ বা চাহ বনুৱা নাম দুৰ হোৱাৰ লগে লগে বাগান বস্তিৰ সকলো লোককে সমানে প্ৰতিনিধিত্ব কৰিব পাৰে, সেইকথা নতুন পুৰুষ সকলেই চিন্তা কৰিব লাগিব।

নতুন নামৰ ক্ষেত্ৰত আমি ইয়াত 'চাহবনুৱা' । "চাহমজদুৰ" বাদ দি "অসমীয়া চাহ জনজাতি" বুলিহে উপলব্ধি কৰিব বিচাৰিছোঁ। ই আমাৰ সম্পূৰ্ণ ব্যক্তিগতমত। মাত্ৰ ৰাইজৰ বিচাৰৰ বাবে আগবঢ়োৱা হ'ল। বহুতৰে গ্ৰহণযোগ্য হ'বও পাৰে; নহ'বও পাৰে। বিচাৰ কৰি এটা মতামত আগবঢ়ালে আমি কৃতাৰ্থ হম। পিচে বাগান বস্তিৰ সকলোবোৰ মানুহৰ প্ৰতি লক্ষ্য ৰাখি সমন্বয়ৰ কথা চিন্তা কৰি আমি কাম কৰিব লাগিব যাতে আমাৰ মাজত কোনো বিভাজনমুখী ভাবধাৰা আহিব নোৱাৰে।

এতিয়া আমাৰ আলোচ্য বিষয় চাহ মজদুৰ নতুন পুৰুষ সকল কোন পথে গতি ল'ব ধৰিছে এই বিষয়ে আলোচনা কৰা যাওক। মানুহটোৰে প্ৰতি মনটো, ধানটোৰে প্ৰতি কনটো থকাৰ দৰে নতুন পুৰুষ সকলৰ মাজত বিভিন্ন জনৰ বিভিন্ন ভাৱৰ মতিগতি হ'ব পাৰে। কিছুমানৰ গতিধাৰা ৰাইজ চকুত ধৰা পৰে আৰু কিছুমানৰ ধৰা নপৰে। ইয়াত চকুত ধৰাপৰা সকলৰ গতি ধাৰাৰ বিষয়েহে উনুকিওৱা হৈছে। তাৰ পৰাই নিশ্চয় পাঠক বৰ্গই অনুমান কৰিব পাৰিব যে চাহ মজদুৰ নতুন পুৰুষ বুলি নতুন যুগৰ শিক্ষিত অশিক্ষিত সকলো পুৰুষ মহিলাকে সাঙোৰা হৈছে।

চাহ মজদুৰ নতুন পুৰুষসকলে আগতকৈ কিছু সজাগ হৈছে। নিজৰ কথা চিন্তা কৰাৰ লগে লগে সমাজখনৰ কথাও চিন্তা কৰা হৈছে। আৰ্থ-সামাজিক সাংস্কৃতিক দিশৰ প্ৰতি নজৰ ৰাখি বিবিধ-সন্থাসংগঠন গঢ়ি তুলিছে। সেই সন্থা-সংগঠনবোৰৰ জৰিয়তে সমাজত এক নবজাগৰণৰ সৃষ্টি কৰিছে। প্ৰাপ্য সুবিধা পোৱাৰ দাবীসবল কৰি বহুত ক্ষেত্ৰত কৃতকাৰ্য্যও হৈছে। কেতিয়াবা কৰবাত অকৃতকাৰ্য্য হ'লেও হতাশ হোৱা নাই। আগবাঢ়ি গৈছে নতুন উচ্চাসেৰে; আগবাঢ়ি গৈছে নতুন সাহেৰে। শিক্ষা-দীক্ষাত আগতকৈ কিছু আগ বাঢ়িছে। স্কুল কলেজলৈ



অহাযোৱাৰ সংখ্যা বাঢ়িছে। ডাক্তৰ, ইঞ্জিনীয়াৰ, উকীল আদি ওলাইছে। ৰাজনীতিৰ পথাৰত আত্ম প্ৰকাশ কৰিছে। ট্ৰেড ইউনিয়নত স্বাক্ষৰ বহন কৰিছে। সাহিত্য সংস্কৃতিৰ পথাৰত ধাবিত হৈছে। বিভিন্ন আলোচনা হৈছে; বাতৰি কাকতৰ বুকুত লেখক লেখিকাই জন্ম লাভ কৰি প্ৰতিষ্ঠিত হৈছে। মিলিত হোৱা অসমীয়া সমাজ আৰু মাতৃভূমি জ্ঞান কৰা বেলি ওলোৱা পুব দিশৰ অসম ভূমিৰ কথা চিন্তা কৰা হৈছে। "অসমীয়াৰ অস্তিত্বই আমাৰ অস্তিত্ব; অসম মৰিলে আমিও মৰিম" বুলি সৰল ভাবে উচ্চস্বৰে ব্যক্ত কৰি সাম্প্ৰতিক অসমৰ অস্তিত্ব ৰক্ষাৰ গণ আন্দোলনত চাহ মজদুৰ নতুন পুৰুষ সকলে জপিয়াই পৰিছে। সদৌ অসম চাহ মজদুৰ জনজাতি ছাত্ৰ সন্থা, অসম চাহ কৰ্ম্মচাৰী সংঘ আদিয়ে ইয়াত সক্ৰিয় ভাবে অংশ গ্ৰহণ কৰিছে। চাহ মজদুৰ ছাত্ৰ সন্থাৰ সাধাৰণ সম্পাদক শ্ৰীৰাকী প্ৰসাদ তেলেংগা আৰু সহকাৰী সাধাৰণ সম্পাদক শ্ৰীনৰেন চন্দ্ৰ তাঁতীয়ে সদৌ অসম ছাত্ৰ সন্থাৰ কাৰ্য্য নিৰ্বাহক কমিটিৰ সদস্য হিচাবে চাহ মজদুৰ নতুন পুৰুষৰ প্ৰতিনিধিত্ব কৰি আন্দোলনৰ প্ৰতি উদ্বুদ্ধ কৰি তুলিছে। আন্দোলনত সক্ৰিয় ভাৱে অংশ গ্ৰহণ কৰি চাহ মজদুৰ নতুন পুৰুষৰ বহুতে জেলৰ ভাত খাইছে; বহুতে হস্পিতালৰ বিচনা লৈছে, আনকি প্ৰাণ বিসৰ্জন পৰ্য্যন্তও দিছে। অকল ইয়াতেই নহয়, আগৰ তেল শোধনাগাৰ আন্দোলন, ভাষা আন্দোলনৰ আদিতো আগ ভাগ লোৱা দেখা গৈছে। পূৰ্বভূমিৰ কথা সম্পূৰ্ণভাবে বাদ দি অসম ভূমিকে একমাত্ৰ মাতৃভূমি হিচাবে লোৱা আৰু সকলো ফালৰপৰা অসমীয়াত্ব গ্ৰহণ কৰা ৪৫ লাখ জনসংখ্যাৰে পৰিপুষ্ট অসমৰ অন্যতম এই বৃহৎ চাহ মজদুৰ সমাজখনে নিজকে অসমীয়াৰ অবিচ্ছেদ্য অংগ হিচাবে পৰিচয় দিয়াত সক্ষম হৈছে আৰু অসমীয়া সমাজেও আদৰি লৈছে। অবিচ্ছেদ্য অংগ বুলি আজিৰ পৰা দহ বছৰ আগতেই মত প্ৰকাশ কৰি আজি তাৰ সত্যতা উপলব্ধি কৰা দেখা গৈছে। ১৯৭০ চনৰ ২৬ আগষ্টত প্ৰকাশিত "সাপ্তাহিক নীলাচল"ৰ চাহ মজদুৰ বিশেষ সংখ্যাত সদৌ অসম চাহ মজদুৰ জনজাতি ছাত্ৰ সন্থাৰ প্ৰাক্তন সভাপতি অধিবক্তা শ্ৰীসুবান হৰই মুক্ত কণ্ঠে ব্যক্ত কৰিছিল যে "অসমলৈ চাহমজদুৰ সম্প্ৰদায়ৰ লোক অহাৰ কাৰণ আদিতে যিয়েই নহওঁক তেওঁলোক বৰ্তমান হাড়েহিমজুৱে অসমীয়া।" সেই সংখ্যাৰ কাগজতে চাহমজদুৰৰ সুলেখিকা শ্ৰীমতী স্বৰূপা স্বাহে খোলা-খুলিকৈ কৈছে যে "চাহ উদ্যোগৰ স্বাৰ্থ মজদুৰৰ স্বাৰ্থ মজদুৰৰ স্বাৰ্থই অসমৰ স্বাৰ্থ আৰু অসমৰ স্বাৰ্থই অসমীয়াৰ স্বাৰ্থ। আমি চাহ উদ্যোগ বাদ দি যাম ক'ত? আমি চাহ উদ্যোগ বাদ নিদিওঁ, অসমকো বাদ নিদিও আৰু অসমীয়াকো বাদ

নিদিও, জীৱনে মৰণে আমি অসমীয়া হৈ থাকিম। "চাহ মজদুৰৰ বিতৰ্কিত লিখক, সদৌ অসম জনজাতি ছাত্ৰ সন্থাৰ সভাপতি শ্ৰীদীনেশ্বৰ তাছাৰ মতে "চাহ মজদুৰ সকল অসমীয়া বুলি সত্য কথাটি উচ্চাৰণ কৰিলেই গাত ৰিছাডকা দিয়া আৰু পুৰা-গধূলি অসমীয়াৰ নামত সাত জাপ মৰাসকলৰ অসমত থকাৰ কোনো অধিকাৰ নাই। বহল অৰ্থত, অসমৰ মানুহক অসমীয়া বোলে। চাহ মজদুৰ সকল অসমৰ। গতিকে তেওঁলোক অসমীয়া। অসমীয়াৰ বাহিৰে অসমৰ আন একো হ'ব নোৱাৰে গতিকে ওপৰত উল্লেখকৰা নতুন নাম "চাহ জনজাতি" আগত অসমীয়া শব্দটো প্ৰয়োগ কৰি "অসমীয়া চাহ জনজাতি" নামেৰে নামাকৰণ কৰিব পাৰি। এই বিষয়ত চাহ মজদুৰ সমাজৰ চিন্তাশীল নতুন পুৰুষ সকলেও চিন্তা কৰা দেখা যায় আৰু মাজে সময়ে আলোচনা-বিলোচনা কৰাও চকুত পৰে। সাৰ্বজনীন জনপ্ৰিয় সমৰ্থন যোগ্য নামৰ অভাৱ সকলোৱে অনুভৱ নকৰাকৈ থকা নাই। আমি ভাবো ইয়াত উল্লেখ কৰা "অসমীয়া চাহ জনজাতি" নামটোৰ ওপৰত চাহ মজদুৰ নতুন পুৰুষ সকলে চিন্তা কৰি ব্যক্তিগত বা সামূহিক মতামত ডাঙি ধৰি আৰু মনঃপুতঃ অবিহনে গ্ৰহণযোগ্য অন্য নামৰ কথা মুকলি বাবে ব্যক্ত কৰি সহায় কৰিব বুলি আশা কৰিলোঁ।

এই চাহ মজদুৰ নতুন পুৰুষ মাজত যথেষ্ট সংখ্যক নিবনুৱা আছে। বাগানৰ ল'ৰা বাগানৰে চাকৰি নোপোৱা হৈছে। শোষণৰ দুৰাৰডলিত নিৰ্বিৰ্বাদে শোষিত হৈ আছে। লিখাপঢ়া শিকি বাবু চাকৰি লৈ যি সকলে নগৰ চহৰলৈ ওলাই আহিছে, তাৰ বহুতেই এৰি থৈ অহা সমাজখনৰ কথা চিন্তা কৰিবলৈ সময় নোপোৱা হৈছে। সময়ৰ হাতবুলনিত নিজকে এখন লাহবিলাসৰ বেলেগ ভাবৰাজ্য আতঁৰাই ৰাখিছে। আনকি বহুতে নিজে চাহ মজদুৰ লোক বুলি পৰিচয় দিবলৈকো বেয়া পোৱা হৈছে। আত্মসেৱাতে মগ্ন থাকি সমাজ সেৱাক কবৰত স্থান দিছে। ৰাজপথত ভৰি দি লাইনৰ কথা পাহৰি গৈছে। পাহৰি গৈছে একেলগে ডাঙৰ দীঘল হোৱা সংলা সুধুৱা চন চৰিয়াহঁতৰ ভাৰাক্ৰান্ত জীৱনৰ কথা উচ্চ শিখৰত কোমল আসন আৰু ৰাজ ভোগ পাই লাল চাহৰ কথা পাহৰি গৈছে। সমাজে যি সকলৰ ওপৰত আশা ভৰষা ৰাখে সেইসকলে সমাজৰ ফালে পিঠি দি লাহবিলাহৰ জীৱন আৰম্ভ কৰি সমাজখন উপহাস কৰা দেখা গৈছে। এনে হোৱাতো কোনো সমাজৰ কাম্য নহয়। তাৰ পৰা সমাজৰ প্ৰগতিৰ কথা একো চিন্তা কৰিব নোৱাৰি। তেনে নিৰ্লজ্য ভাব ধাৰাৰ ব্যক্তিক সমাজ তথা সময়ে কেতিয়াও ক্ষমা নকৰে।

চাহমজদুৰ নতুন পুৰুষ সকলে খেলি-মেলি ভাৱ ধাৰাৰ চাকনৈয়াত সাঁতুৰা



দেখা গৈছে। সন্তিয়া ভাবধাৰাৰ দ্বাৰা প্ৰবাহিত হ'ব ধৰাটো সমাজৰ কাৰণে অতি ক্ষতি কাৰক। স্বকীয়তা চিন্তাধাৰা বিক্ৰীকৰি আনৰ দ্বাৰা পৰিচালিত হৈ আগ বাঢ়িলে সমাজৰ কোনো হিত সাধন নহয়। জাতি-ধৰ্ম্মৰ নামত ৰাজনীতি কৰাটো অতি গৰ্হিত কাম বুলি জানিও বহুতে ধৰ্ম্মৰ নামত ৰাজনীতি কৰি নিজৰ ভিতৰতে বিভাজন অনা দেখা গৈছে।

কিছুমান শিক্ষিত চাহমজদুৰ নতুন পুৰুষে চাহমজদুৰৰ ওচৰত নিজকে চাহমজদুৰ লোক বুলি পৰিচয় দিবলৈ লাজ অনুভৱ কৰে। নিজ সমাজৰ পৰা নিজক লুকাই ৰাখিব বিচৰা তেনে নতুন পুৰুষ পৰা সমাজে কি আশা কৰিব পাৰে সহজে অনুমেয়। সুবিধাবাদী ৰাজনীতিৰ দ্বাৰা পৰিচালিত ব্যক্তিৰ পৰা সমাজে যি দৰে কোনো সুফল আশা কৰিব নোৱাৰে ঠিক সেইটি দৰে পলায়নবাদী আত্মকেন্দ্ৰীক ব্যক্তিৰ পৰাও সমাজে কোনো সুফল আশা কৰিব নোৱাৰে। ক্ষমতা আৰু ধনৰ লোভত সমাজক শোষণ কৰা সকল সমাজৰ কলংকস্বৰূপ। তেনে চামৰ শিক্ষিত নতুন পুৰুষ ওলালেও সমাজৰ একো উপকাৰ নহয়; বৰঞ্চ অপকাৰ হোৱাৰেই আশংকা বেছি।

চাহমজদুৰ নতুন পুৰুষ সকলৰ ওপৰতে চাহমজদুৰ সমাজখনৰ ভবিষ্যত বহু পৰিমানে নিৰ্ভৰ কৰে। সেয়ে নতুন পুৰুষ সকলে দুৰদৰ্শিতাৰে কাম কৰি আগ নাবাঢ়িলে সমাজৰ উন্নতি আমি সোনকালে আশা কৰিব নোৱাৰো যদিও, সম্প্ৰতি চাহমজদুৰ নতুন পুৰুষ সকলে কোনো এক সুনিৰ্দ্দিষ্ট পথত খোজ পেলোৱা দেখা নাই বুলি চাহমজদুৰ সচেতন মহ'লে অনুভৱ কৰে।

# চাহ বাগিচাৰ ঝুমইৰ গীত

"কন ফুলের সংগে হাসিব খেলিব,
কন ফুঁলের সংগে যাব ভাই ললিতা?
চম্পাফুঁলের সংগে হাসিব খেলিব
জুহী ফুঁলের সংগে যাব ভাই ললিতা"

এইয়া চাহ মজদুৰ সমাজত প্ৰচলিত মজদুৰৰ অতি মৰমৰ আৰু আদৰৰ ঝুমইৰ গীতৰ এটি ক'লি।

ঝুমইৰ গীত বুলি ক'লে চাহমজদুৰ ডেকা, গাভৰু, বুঢ়া-বুঢ়ী সকলোৰে গা সাতখন আঠখন লাগে। অন্য সমাজৰলোকে চাহ মজদুৰৰ গীত-মাত বুলি ক'লে কেৱল ঝুমইৰ গীতকে চিনি পায়। চাহ মজদুৰ, সমাজত অন্য গীত-মাত নাই, এনে নহয়। কিন্তু ঝুমুইৰ গীত আনবোৰ গীত-মাতৰ তুলনাত ইমান পৰিচিত হৈ পৰিছে তথা চাহ মজদুৰ সংস্কৃতি পথাৰখনিত এনে ভূমিকা গ্ৰহণ কৰি আছে যে ঝুমইৰ গীত বাদ দি চাহ মজদুৰ কলা কৃষ্টিৰ কথা আলোচনা কৰিব নোৱাৰি। অসমীয়া সংস্কৃতিত বিহু গীতে যি স্থান অধিকাৰ কৰি আছে চাহ মজদুৰ সংস্কৃতিত ঝুমইৰ গীতে সেই একে ধৰণৰ ঠাই অধিকাৰ কৰি আছে। ঝুমইৰ গীতে সাধাৰণতে কৰম পৰৱত গোৱা হয়। কৰম পৰৱ চাহ মজদুৰ সমাজৰ অন্যতম প্ৰধান উৎসৱ। ভাদ মাহত এই পৰৱ পালন কৰা হয়। কৰম পৰৱৰ বাহিৰেও আন সময়ত ঝুমইৰ গীত যে গোৱা নহয় এনে নহয়। চাহ মজদুৰৰ গীত-মাত কৰবাত গাব লগা হ'লে কোন চাতেই ওলাই পৰে। ঝুমইৰ গীতত বিচাৰি পোৱা যায় চাহ মজদুৰৰ জীৱন কাহিনী তথা ইতিহাসৰ এক বহল অধ্যয়ন। উদাহৰণস্বৰূপে ঝুমইৰ গীতৰ মাজেদি প্ৰকাশ পোৱা হৈ চাহ মজদুৰৰ আগমনৰ কথা সোঁৱৰাই দিয়া সকলোৰে জনা সেই গীত ফাকি লৈ আঙুলিয়াই দিব পাৰি।

"চাহাব বলে কাম কাম
বাবু বলে ধৰে আন
চৰ্দাৰ বলে লিব পিঠের চাম
হে, বিদেশী শ্যাম
ফাকি দিয়ে আনিল আসাম"।



এই গীত ফাকিৰ মাজত সোমাই আছে। চাহাবৰ কামত তদাৰক বাবুহঁতৰ বুড় মনোভাব চৰ্দাৰবোৰৰ অবুজ তাড়না আৰু মজদুৰৰসকলক ফুচলাই অসমলৈ অনা এক সুন্দৰ ছবি।

ঝুমইৰ গীতবোৰক শামুকৰ পেটত অৱহেলিত বাবে পৰি থকা মূল্যৱান মানিকৰ লগত তুলনা কৰিব পাৰি। বিভিন্ন জাতি উপ-জাতি আৰু স্বকীয় ভাব-ভাষা সংস্কৃতি কম-বেচি পৰিমানে চাহ মজদুৰৰ সকলৰ মাজত সোমাই থাকিলেও ঝুমইৰ গীত হৈছে অনৈক্যৰ মাজত ঐক্য স্থাপন কৰাৰ এক উত্তম আহিলা।

ঝুমইৰ গীতৰ লগত ওতঃপ্ৰোতভাৱে সম্বন্ধ থকা" কৰম পৰৱ চাহ মজদুৰ সমাজৰ সেই ৰং ৰহইচৰ মাজেৰে পাৰ কৰা উৎসৱটিৰ বিষয়ে অলপ নকলে আলোচা প্ৰৱন্ধটি অসম্পূৰ্ণ হৈ থকা যেন লাগিব। কৰম পৰৱ পালন কৰা হয় ভাদ মাহৰ একাদশী পূৰ্ণিমা তিথিত। বাগান বস্তিৰ বোৱাৰী, জীয়ৰীহঁতে, বেলেগ নিজৰ সুবিধা বুজি কোনো সুচনা ঠাইত এই পৰৱৰ আয়োজন কৰে। ঠাইভেদে তিনিদিন, পাঁচ দিন, বা সাত দিন ধৰি ইয়াক পালন কৰে। উৎসৱৰ প্ৰথম দিনা গাভৰুহঁতে তিনিটা সৰু সৰু বাঁহৰ পাচি বা খৰাহিৰ নদীৰ পাৰত গা ধুই বালি ভৰায় আৰু তাত নিয়ম অনুযায়ী বুট, মগুৰ, "জাৱা" ধৰা। জাৱা ধৰা মানে হ'ল কঠিয়া সিচাঁ। 'জাৱাৰ' নিজৰ নিজৰ ভাগবোৰত সৰু সৰু খুঁটী পুতি চিন দি হয়। ৰাজহুৱা ভাবেও 'জাৱাৰ' ভাগ ৰখা হয়। 'জাৱাধৰা' নদীৰ মাটিতেই উৎসৱৰ শেষদিনা 'জাৱা' জাগৰণ পালন কৰা হয়। 'জাৱা'ৰ তিনিটা খৰাহিৰ ভিতৰত এটা নাম ঘৰৰ নিচিনা ৰাজহুৱা ঠাইত আৰু বাকী দুটা উৎসৱৰ থলীত বেদীৰ ওপৰত যথা বিহিত ভাবে পূজা-পাতালৰ কাম শেষ কৰি গীত-মাত গোৱা হয়। গীত-মাত মানে সকলোবোৰ গীত ঝুমইৰ গীতেই গোৱা হয়। বিভিন্ন ধৰণৰ ঝুমইৰ গীত আছে। উৎসৱত ভাগে ভাগে যেতিয়া যিতো গোৱাৰ প্ৰযোজা সেইটো গীত গোৱা হয়। আৰম্ভণীতে 'জাৱাজাগৰণ' গীত গোৱা হয়।

জাৱা মাহ জাৱা, কিয়া কিয়া জাৱা,
জাৱা জাগল' 'মাই একপাতা সেইৰে'
জাৱা মাই জাৱা, কিয়া কিয়া জাৱা,
জাৱা জাগল' মাই একপাতা সেইৰে।
হৰিণা ব'ড়া চ'ৰি যাইবে,
হৰিণা মাৰহি গেল চুৱাৰা জীয়াই গেল,

সাৰাহাৰা দহকে পানীয়া পিয়াহেই।
সাৰাহাৰা হাইট গেলহ কাজ বালি পানীয়া
মেৰি, গাংগাৰে গাংগ ভাইয়া তেৰি ৰে
ছুৰিয়া লেই ভয়া পাহাড়া পায়ৰে,
পাহাড়াৰি হ্যায় হ্যায় শাঠি মুনীষ্ৰে।
শঠি মুনিষ্কে শই ব–হৰানী এক ব-হকানী
কানীকেদে মহি ঘৈলা ভৰি পানী।
ঘৈলাসে উইঠ গেলৱই গহমন' সাপৰে
ছাড়ো ছাড়ো গহমন হামাৰি হ' পথৰে,
বাটো ছাড়িয়ে বাহিনি কিয়া ফলা পাৱৰে,
পহিভাবে ভহিৰে কৰমা গসাইৰে।
যা-হ যা-হ কৰম গসাই দে-হ আনীসৰে
ভৰ ভয়া জীঅ লাখ বৰিষৰে ঃ

আগত উল্লেখ কৰি অহা জাৱা ধৰাৰ দিনাখন গাভৰুহঁত উপবাসে থাকে। উৎসৱ পালনত যাতে কোনো হানি-বিঘিনি নহয়, সেই উদ্দেশ্য গণেশ বাহন নিগনিৰ নামত জিকা পাতত ভাত আগবঢ়ায়। অৱশ্যে ইয়াক এক অন্ধ বিশ্বাস বুলি ক'ব পাৰি। আকৌ গাভৰুহঁতে উৎসৱৰ আটাই কেইদিন চুলি নবন্ধাকৈ থাকে। আৰু ভজা পুৰা যিকোনো বস্তু নোখোৱাকৈ থাকে। চিকা মৰলীয়া গছৰ ডাল কাটি আনি চোতালৰ মাজভাগত পুতি কৰম পূজা পাতে। চিকা মৰলীয়া গছত চাহ মজদুৰসকলে কৰম গছ বুলি কয়। খুব সম্ভৱ কৰম গছৰ নামৰ পৰাই কৰম পূজা বা কৰম পৰৰ নামটো আহিছে। কৰম দেৱতা বোলা নামটোও ইয়াৰ পৰাই আহিছে বুলি অনুমান কৰিব পাৰি। কৰম ডালটো কাটি আনি পোতাৰ আগতে কৰবাত থ'ব লগা হ'লে মাটিত পেলাই কেতিয়াও নথয়। থ'লে ঘৰৰ চালৰ ওপৰতে থয়। থালটো য'ত পুতিব সেই গাতটোত তামোল-পাণ, তাম বা ৰূপৰ পইচা আগতে দি লয়। তাৰ পিছতহে ডালটো পোতে। ডালটোৰ গুৰিতে বেদী পাতে। বেদীৰ ওপৰত ফল, ফুল, পিঠা, পনা নতুন কাপোৰত মেৰিয়াই তিয়াই বা জিকা, ঘিউৰ চাকি আদি যি য'ত লাগে পূজাৰ সম্ভাৰ খিনি থয়। কৰম ডালটোৰ গুৰিটো গুলি সূতাৰে কেইপাকমান দি বান্ধে আৰু বান্ধটোৰ ওপৰত তিনি ঠাইত সেঁন্দুৰৰ ফোঁট দিয়ে। যথাবিধি ভাবে পূজাৰ কাম শেষ হোৱাৰ পিছত পূজাৰ সম্পৰ্কে থকা চাহ মজদুৰৰ সেই জনপ্ৰিয় কাহিনীটো গাঁৱৰ বুঢ়ালোক এজনে ৰাইজৰ আগত কাহিনী



হিচাবে কয়। পূজাৰ আৰতি গীত হিচাবে গোৱা এফাকি হ'ল ঃ—

"নাৱা ডালি নাৱা ঘূপ
নাৱাৰে কৰমতী
দীপে দীপে কাইৰ দেৱই ৰেছমেক ৰাতি
আজিৰে কৰমাকেৰ ৰাতি

কৰম পূজাৰ কাহিনী কৈ থাকোতে সেই বুঢ়ালোক জনে গাভৰুহঁতক নানা প্ৰশ্ন কৰে আৰু গাভৰুহতেঁও তাৰ যথাযথ উত্তৰ দিয়ে। উদাহৰণস্বৰূপে ঃ—

প্ৰশ্ন ঃ— "কেকৰ কৰম"?
উত্তৰ ঃ— "আপোন কৰম ভায়াকে ধৰম"
প্ৰশ্ন ঃ— "কমৰ কইবকে কি পালে
উত্তৰ ঃ— "চিৰা ঐছন বেটা পালি।"

গোটেই ৰাতি গীত নাচ চলে। গীত গোৱা সকলক মজদুৰৰ ভাষাত 'বাইসকৰা' আৰু নাচ কৰা গাভৰুহতঁক 'পেলনী' বুলি কয়।

এইখিনিতে আৰু এটা কৈ থাকিব পাৰি যে কৰম পূজাৰ আয়োজন কৰা বোৱাৰী-জীয়ৰীহতঁক কৰমতী বুলি কয়। পূজাৰ পিছদিনা 'কৰমতীহ'তে ৰাতিপুৱাই বাহী ভাত আৰু জিকা তৰকাৰী খাই কৰম ডালটি গীত গাই গাই নৈৰ ঘাটত উটুৱাই থৈ আহে। বিদায়ৰ মুহৰ্ত্তত সদায় কৰম দেৱতাক বিদায় দিয়াৰ মুহৰ্ত্তত গোৱা এটি বিষাদৰ গীত হ'ল ঃ—

"দেহো দেহো কৰম গসাই
দেহো আশীসৰে দেহো আশীষ
আৱত ভাদৰ মাস
আনৰ ঘূৰাইৰে"

নদীৰ ঘাটত গাভৰুহঁতে কৰম ডালটোক লৈ নাচি নাচি গোৱা এটি আনন্দৰ গীত হ'ল ঃ— যি গীতৰ মাজেৰে নেকি ডেকা-গাভৰু দুয়ো দলৰ মাজত কথা কটা-কটি চ'লে,—

ছোৱালী ঃ—
এক মুঠা বুট দেলি ছিৰিয়াই
ছুড়ী গোলা বিছ খায় ছুড়া লিলিয়াই
ল'ৰা ঃ—
একমুঠা বুট দেলি ছিৰিয়াই

ছুড়া গোলা বিছ খায় ছুড়ি লিলিয়াই
বহুত সময়ত গাভৰুহঁতে ডেকাহঁতক কাট মাৰি ঝুমইৰ গীত গায় ঃ—
আলি আলিৰে ছুড়া গেন্দ খেলব
কচু পাতেৰে ছুড়া জল পিয়াব,
আলি আলিৰে ছুড়া গেন্দ খেল'ব
ঘৰ গেলেৰে ছুড়া মাশলা পিসাব
আলি আলিৰে ছুড়া গেন্দ খেল'ব
ঘৰ গেলেৰে ছুড়া কাপৰা কাচাব।

সেইদৰে লৰাহঁতেও ছোৱালীহঁতক কাট মাৰি গীত নোগোৱাকৈ নাথাকে। ছোৱালীহঁতক কাট মাৰি গোৱা তেনে এটি গীত হ'ল ঃ—

ই ডালে ও ডালে শিয়ৰ পাইকল,
শিয়ৰ খায়েৰে হুডীৰ পেট ফাইটল।

চাহ মজদুৰ সকল একে ঠাইৰ পৰা নাহি ভাৰতবৰ্ষৰ বিভিন্ন ঠাইৰ পৰা অহা বাবে তেওঁলোকৰ ভাষা সংস্কৃতিক এক মুখী নহয়। প্ৰত্যেকেই নিজৰ ঠাইৰ ভিন্নমুখী সংস্কৃতি মাজৰ ওলাই অহাৰ বাবে তেওঁলোকৰ ভাষা সংস্কৃতি ভিন্নমুখী হৈ পৰিছে। তেওঁলোকৰ ভাষা সংস্কৃতি ভিন্নমুখী হৈ পৰিছে। উদাহৰণস্বৰূপে উলেখিত কৰম পৰৱৰ্তী সম্পৰ্কত থকা কাহিনীবোৰ গাভৰু তেওঁলোকৰ মাজত প্ৰচলিত এক উৎসৱ, উপলক্ষে নৈৰ পাৰলৈ গৈ বান পানীৰ বাবে ঘূৰি আহিব লগা হৈছিল যদিও নিৰাশ নহৈ অন্য এক পৰ্বৰ আয়োজন কৰি হাতে হাতে ঢোল মাদল লৈ সকলো ওলাই আহিল ৰং ৰহইচ কৰিবলৈ কিন্তু আচৰিত কথা যে ঢোল মাদল আদি বাদ্য যন্ত্ৰবোৰ নবজা হ'ল। কৰম দেৱতাৰ পূজা পতাৰ পিছতহে যেনিবা বাজিবলৈ ধৰিলে। তেতিয়াৰ পৰাই চাওঁতাল সমাজত কৰম পৰ্বৰ প্ৰচলন।

পুৰাণতো কৰমৰ কথা পোৱা যায়। পুৰাণৰ মতে কালীৰ দেৱশৰ্মা নামৰ এজনলোকে বাস কৰিছিল। তেওঁৰ কৰমা আৰু ধৰমা নামৰ দুজন ককায়েক ভায়েক আছিল। কৰমা ডাঙৰ আৰু ধৰমা সৰু। বুঢ়া বয়সত বাপেকে এই দুই ভায়েকৰ মাজত ঘৰ-দুৱাৰ সকলো চমজাই দি সন্যাস ধৰ্ম্ম অৱলম্বন কৰি বাহিৰ হৈ গ'ল। বেহিচাবী আৰু খৰচী স্বভাৱৰ কাৰণে খুব ক'ম দিনৰ ভিতৰতে কৰমাৰ ধন সম্পত্তি যি আছিল সকলো শেষ হৈ গৈ বাটৰ ভিকহুত পৰিণত হ'ল। উপায় নাপায় পেটৰ তাড়নাত ভায়কেৰ কাষ চাপিল। ভায়েকৰ পথাৰত দিনৰ দিনটো হাড় ভগা কাম কৰিও সন্ধিয়া এমুঠি নোপোৱাত দুখ মনেৰে ঘৰলৈ ঘুৰি আহোতে



বাটত কিছুমানলোকে কৰম পূজা কৰা দেখা পালে। কৰম পূজাৰ তাৎপৰ্য্যৰ কথা জানি ভাদ মাহত একাদশী তিথিত কৰমায়ো নিজৰ চোতালত 'কৰম গছ'ৰ ডাল পুতি কৰম পূজা পাতিলে। এই পূজা পতাৰ পৰা পৰা লাহে লাহে কৰমো ধনী হৈ আহিল।

ওৰাং সকলৰ মতে এঠাইত সাতজন ককায়েক ভায়কে আছিল। সাতোজনে একে লগে আছিল। এবাৰ সাতো ভাই বিদেশলৈ বেপাৰ কৰিবলৈ গ'ল। বেপাৰ কৰি ঘৰলৈ ঘূৰি আহোতে বাটত অলপ জিৰাবলৈ সকলো বহিল। তাৰ পৰা ঘৰলৈ আৰু বেছি দূৰ নাছিল। ঘূৰি অহাৰ খবৰটো দিবলৈ সৰু ভায়েকে ঘৰলৈ গৈ দেখে যে ঘৰত কৰম পূজাৰ সকলো মচগুল। এই মচগুলত পৰি ঘূৰি যাবলৈ তেওঁ পাহৰিয়েই গ'ল। সৰু ভায়েক ঘূৰি নোযোৱা দেখি আন এজন ভায়েকে তেওঁৰ খবৰ ল'বলৈ আহিল। এইদৰে এজনৰ পিছত এজন খবৰ ল'বলৈ আহি আহি আটাই কেইজনে আহি পৰিল। বাকী ৰল মাথোন একেবাৰে ডাঙৰজন। বহুত সময়লৈকে কোনো ঘূৰি নহাত ডাঙৰ ককায়েক খঙত একো নাই যেন হৈ গৈ দেখে যে কৰমৰ পূজাত সকলো ব্যস্ত। তাকে দেখি ককায়েক খঙত লাঠি াৰি পূজাৰ বস্তু বাহিনী সব লণ্ডভণ্ড কৰি সন্ন্যাসী হোৱাৰ মতলবোৰে ঘৰৰ পৰা গুচি গ'ল। কৰম দেৱতা অপমানিত হৈ সেই ঠাই এৰি অন্য ঠাইলৈ গুচি যাব ওলাইছিল যদিও ৰাইজৰ কাকুতি মিনতিত শেষত যেনিবা তাতে থাকিল। তেতিয়াৰে পৰা কৰম দেৱতাৰ পূজা নিয়মিত ভাবে প্ৰতিবছৰে হ'বলৈ ধৰিলে। ভূএগসকলৰ মতে সাতগৰাকী ঘৈনীয়েক, সাতটা পুতেক আৰু সাতজনী জীয়েক থকা বাণিজ্য কৰি অসম ধন-সোণ লৈ জাহাজেৰে ঘৰলৈ উভতিছিল। দিনটো আছিল কৰম পূজাৰ দিন। সদাগৰৰ ঘৰত কৰম পূজাৰ উপলক্ষ্যে সকলো মচগুল হোৱাৰ বাবে সদাগৰক আধা ৰাস্তাৰ পৰা আগবঢ়াই অনাৰ কথা সকলোৱে পাহৰিলে। ঘৰ পাবলৈ আৰু কিছু দুৰ থাকোতেই সদাগৰে জাহাজ ৰাখি কোনোবাই আগবঢ়াই অনাৰ কথা সকলোৱে পাহৰিলে। ঘৰ পাবলৈ আৰু কিছুদুৰ থাকোতেই সদাগৰে জাহাজ ৰাখি কোনোবাই আগবঢ়াই নিবলৈ আহিব বুলি বহুত বাট চালে। কিন্তু কোনো নাহিল। অৱশেষত সদাগৰে আৰু আগ পিছ একো নাভাবি পূজাৰ সামগ্ৰীবোৰ এফালৰ পৰা ভৰিৰে গুৰিয়াই লণ্ড-ভণ্ড কৰি ঘৰৰ মানুহখিনিক গালি শপনি পাৰি পুনৰ ঘূৰি যায় জাহাজ এৰি থৈ অহা ঠাইলৈ। কিন্তু দুখৰ বিষয় সদাগৰে গৈ দেখে যে আটাইকেইটা জাহাজ পানীত ডুব গৈছে। মনৰ বেজাৰত সদাগৰে কান্দি কান্দি এজন জ্যোতিষীৰ কাষলৈ গৈ তাৰ এই দশা কিয় হ'ব লগা হ'ল তাক চাই দিবলৈ

কোৱাত জ্যোতিষীয়ে কলে যে কৰম দেৱতা তাৰ ওপৰত অসন্তুষ্টি হোৱাত তাৰ এনে ঘটনা ঘটিল। উপায় বিচৰাত জ্যোতিষীয়ে তাক কৰম দেৱতাৰ পূজা পাতিবলৈ ক'লে। সেইমতে সদাগৰে পূজাৰ আয়োজন কৰিলে। অনেক স্তুতি কৰাৰ পিচত কৰম দেৱতাই দেখা দিলে ক'লে যে তেওঁৰ সাতজনী ঘৈনীয়েক, সাতজন ল'ৰা আৰু সাতজনী জীয়েকৰ সৈতে উপবাস থাকি সাত বিধ বাজনা লৈ সাত দিন সাত ৰাতি উজাগৰে থাকি সাতটা বেদীত পূজাৰ সম্ভাৰ ৰাখি নাচ গান কৰি কৰি যদি পূজা কৰে তেতিয়াহলে হেৰুৱা বস্তু সকলো ঘূৰাই পাব। সদাগৰেও সেই কথামতে পূজা পাতল কৰাত তেওঁৰ হেৰুৱা সম্পত্তি ঘূৰাই পালে। সেই সময়ৰ পৰা ভূঞাসকলৰ মাজত কৰম পূজা চলি আহিছে বুলি ধাৰণা কৰা হ'ল। আলোচ্য ঝুমইৰ গীতত প্ৰেম-প্ৰীতিৰ অন্য নাম 'জীৱন'। অৱশ্যে এইটো কথা ঠিক প্ৰেম অবিহনে জীৱন সম্পৰ্ণ নহয় আৰু লগতে সেই জীৱনৰ সাৰ্থকতাও নাই। সেইয়ে অন্যলোকে গীতৰ দৰে ঝুমইৰ গীতে প্ৰেম-পীৰিতি প্ৰণয়ৰ বহুত খিনি ঠাই অধিকাৰ কৰি আছে। নহলেনো তলীত ডেকা গাভৰুৰ গা গীত মাতৰ লহৰে লহৰে সাতখন আঠখন এনেই নকৰেনে? বুকুত জাগি উঠে প্ৰেমৰ বাসনা। সুৰঘিৰ গাভৰু প্ৰেম পৰশা বুকুত জোৱাৰ উঠে প্ৰেমৰ আৰু সফল ডেকাৰ লুভীয়া দৃষ্টিয়ে লুকা-ভাকু খেলে তাত। ঝুমইৰ গীতে তাত বৰ্ণনা সুন্দৰ ভাবেই দিছে,—

"বুকেৰ কদম ফুল দলকে
হায় মৰ জীয়া
'নাৰায়ণ দশ হৰি,
ই কথা গোবিন্দই জানে,
মুখে বড়ে মিচিক-মাচাক হাঁহে,
হায় মৰ মন দোহে।"

যৌৱনৰ দুৱাৰ ডলিত উপনিত হোৱা যিকোনো ডেকা গাভৰুৰ পৰস্পৰ আকৰ্ষণ কৰাটো স্বাভাবিক। যৌৱনৰে উতলাত যচত তলবল কৰা ডেকাৰ মন যায় চকুৰ আগত দেখা সুন্দৰী গাভৰু চকুৰে কিবা কিবি ইংগিত দিবলৈ। সেই ইংগিতত সোমাই থাকে বহুত প্ৰশ্ন। চকুৰে বুজাই দিয়ে মনৰ কথা। তাৰ প্ৰত্যেক গাভৰুহঁতে কেতিয়াবা সুযোগ পালে নিদিয়াকৈ নাথাকে। ডেকাই চকুৰে ইংগিত দিয়া কোনো এক গাভৰুৰে ঝুমুইৰ গীতৰ সমিধান দিছে এইদৰে ঃ—

"আম গাছে আম নাই
মাবড়কেনে মাৰ হে,



তোমাৰ দেশে আমি নাই
চইখ কেন ঠাৰ হে

ইয়াৰ সাৰমৰ্ম্ম হ'ল আম বিহীন আম গছত ফমটি মৰা যেনে কথা চিনা-জনা নোহোৱা ছোৱালীক চকু মৰাও তেনে কথা।

কিন্তু যেতিয়া কোনো ডেকা গাভৰুৱে প্ৰেমৰ ডোলেৰে বান্ধ খায় তেতিয়া সিহঁতক পায় কোনে? ক্ষন্তেকৰ কাৰণেও ইজনে সিজনক এৰিবৰ ইচ্ছা নকৰে। দুই দেহা যেন পৰিণত হয় এক দেহাত। ঝুমইৰ গীতেও তাক সোমোৱাই দিছে।

তুমি তৰু আমি লতা,
বান্ধিয়ে ৰাখিব এথা,
মাত দেখি কোথায় যাবে,
আমাকে ছাড়িয়ে হে।

জীৱন দৰ্শনৰ কথাও ঝুমইৰ গীতে ক'বলৈ পাহৰা নাই। ক্ষন্তেকীয়া মানব দেহাত অহংকাৰৰ কোনো মূল্য নাই। জীৱনটো যেন কচু পাতৰ পানী। এই আছে এই নাই। মৰিলেসকলো শেষ। মাটিৰ দেহা মাটিতেই মিলি যাব। ধনজন ঐশ্বৰ্য্য সকলো মিছাঃ—

কহি কায়াই মিছাই কৰ আশা,
কখনে ছড়িয়া যাবেন বাসা হে,
কাটি কায়াই মিছাই কৰ আশা।

চাহ মজদুৰ সমাজত মদ পানীৰ প্ৰচলন বহুল ভাবে থকাটো অস্বীকাৰ কৰিবৰ উপায় নাই। বিয়া সবাহ বুলি ক'লে মদ নহ'লেই নহয়। ক'বলৈ গ'লে চাহ মজদুৰে মদ নাখায় মদেহে চাহ মজদুৰক খাই ৰাস্তাৰ কাষত বগা বগাৱাই থৈ দিয়ে। মদ খাই মদপী নাম অৰ্জন কৰাটো চাহ মজদুৰৰ কাৰণে সাধাৰণ কথা। মজদুৰৰ ভগৱান স্বৰূপ বাগিচাৰ চাহাব সকলেও মদ খায়। কিন্তু চাহ মজদুৰ আৰু চাহাবহঁতৰ মাজত মদখোৱাৰ যে পাৰ্থক্য আছে তাক স্বীকাৰ কৰিবই লাগিব। তাৰ প্ৰমাণ বিচাৰি নিম্নলিখিত ঝুমইৰ গীত ফাকিৰ কাষ চাপিলেই যথেষ্টঃ—

হামৰা বলি মদ চাৰাপ
বৃটিছ বলে ওৱাইন (Wine) ৰে,
তাৰা জানে মদেৰ ব্যৱহাৰ,
হামৰা জানি ভাঙিতে দুৱাৰ,

(অৱশ্যে এইখিনিতে এটা কথা উনুকিয়াই থ'ব পাৰি যে বৰ্তমান চাহ মজদুৰসকলৰ মাজত মদ পানী আগতকৈ কিছু পৰিমাণে কমিছে।)

# অসম আন্দোলন আৰু চাহ শ্ৰমিকৰ ভূমিকা

যিটো সময়ত বিদেশী নাগৰিকৰ বহিষ্কৰণৰ দাবীত শদিয়াৰ পৰা ধুবুৰীলৈকে গোটেই অসমতে এক অভূতপূৰ্ব জনজাগৰণৰ সৃষ্টি হৈ অসমৰ অস্তিত্ব ৰক্ষাৰ সংগ্ৰামত জাতি-ধৰ্ম-ভাষা নিৰ্বিশেষে সকলো অৱতীৰ্ণ, ঠিক তেনে এটি সময়তে চাহ মজদুৰসকলৰ মাজত বিশৃংখলাৰ সৃষ্টি কৰি সুবিধাবাদী ৰাজনৈতিক দালালহঁতে উঠি পৰি লগা দেখা যায়। চাহ মজদুৰসকলৰ সৰলতাৰ সুযোগ লৈ তেওঁলোকক এদিন অসমৰ পৰা অসমীয়াসকলে খেদিব আৰু আন্দোলনত যোগ দিলে নিজৰ বিপদ নিজে মাতি অনা হ'ব বুলি তেওঁলোকৰ মাজত প্ৰচাৰ কৰা হয়। এচাম সুবিধাবাদীয়ে এই আন্দোলনৰ বিফলতা কামনা কৰি চাহ মজদুৰসকলক বিপথে পৰিচালনা কৰিবলৈ যত্ন কৰা দেখা যায়।

কিন্তু তেওঁলোকে ভালদৰে জানে যে এই আন্দোলন হৈছে বিদেশী খেদা আন্দোলন। অসমৰ চাহ মজদুৰসকল বিদেশী নহয়। বৰা, দত্ত, শইকীয়া প্ৰভৃতিৰ যি অধিকাৰ আছে, অসমত ওৰাং, মুণ্ডা কুৰ্মীহঁতৰো সেই একে অধিকাৰ আছে।

চাহ মজদুৰসকলে নিজকে অসমীয়া বুলি বুজি উঠিছে। সেয়ে আজিৰ অসমৰ বিদেশী সমস্যা নিজৰ সমস্যা হিচাপে গণ্য কৰি সংগ্ৰামথিললৈ ওলাই আহিছে। আন্দোলনত চাহ মজদুৰসকলে সক্ৰিয়ভাৱে অংশগ্ৰহণ কৰা দেখা গৈছে। অসমেই তেওঁলোকৰ জনমভূমি, কৰমভূমি আৰু মৰণভূমি। অসমেই তেওঁলোকৰ সকলো। অসম অবিহনে তেওঁলোকৰ অস্তিত্ব নাই। অসম জীয়াই থাকিলে তেওঁলোকো জীয়াই থাকিব আৰু অসম মৰিলে তেওঁলোকো মৰিব। এই কথা তেওঁলোকে ভালদৰে বুজি পায়। চাহ বাগিচাৰ সকলো চাহ মজদুৰে সাম্প্ৰতিক আন্দোলনৰ প্ৰতি পূৰ্ণ সমৰ্থন আগবঢ়াই থকা দেখা গৈছে। কোনো এখন চাহ বাগিচাই অনামত পোষণ কৰা নাই। অসমৰ ৭০ লাখ চাহ মজদুৰে বৰ্তমান অসমৰ এই পৰিস্থিতিত 'জয় আই অসম' ধ্বনিৰ তলত একত্ৰিত হৈ উচ্চস্বৰে প্ৰতিধ্বনি তুলি সংগ্ৰামথলীত জপিয়াই পৰিছে।



বহুতে নিজৰ সমাজৰ বা জাতিৰ কথা সংকীৰ্ণভাৱে চিন্তা কৰি বৃহৎ অসমীয়া জাতৰি পৰা নিজকে বিচ্ছিন্ন কৰি ৰাখি ঠেক গণ্ডীৰ পৰিচয় দিয়ে। অসমত থাকি ভাল লাগে, অসমত চাকৰি কৰি ভাল লাগে, অসমৰ হাৱা-পানী ভাল লাগে, কিন্তু অসমৰ হিত চিন্তা কৰি ভাল নালাগে। এনে ধৰণৰ লোকৰ অভাৱ নাই। অসমৰ ভাত মিঠা লাগে, কিন্তু অসমৰ 'বাত' মিঠা নালাগে। বিচ্ছিন্নতাবাদী মনোভাৱ পন্থী ঘৃণিত লোকসকলৰ পৰা চাহ মজদুৰসকল বহুত আঁতৰত। চাহ মজদুৰসকলে অসমক কেতিয়াও 'পৰদেশ' বুলি নাভাবে। অসম তেওঁলোকৰ আপোন ভূমি। অসমখনক নিজৰ দেশ বুলি কোৱাৰ পূৰ্ণ অধিকাৰ তেওঁলোকে পাইছে। অসমত তেওঁলোকৰ সাৰ্বভৌমত্ব ৰক্ষা পৰিছে। সেয়ে অসমক নিজৰ অসম বুলি কোৱাতহে চাহ মজদুৰসকলৰ বাধা নাই।

চাহ মজদুৰসকল কোনো 'বঙালীকুলী' নহয়। তেওঁলোক অসমৰ অসমীয়া চাহ মজদুৰ। নিজৰ কাঁহীৰ ভাত নিজৰ মানুহক ভোকত থৈয়ো আনক খাবলৈ দিয়া দৰিয়া দিলৰ চাহ মজদুৰসকলে অসমৰ মংগলেই নিজৰ মংগল বুলি জ্ঞান কৰে।

সকলোৱেই জানে যে চাহ মজদুৰৰ পূৰ্বপুৰুষসকল অসমৰ নাছিল। বিহাৰ, মধ্যপ্ৰদেশ আদি বিভিন্ন প্ৰান্তৰ পৰা অহা উচ্চ বৰ্ণৰ দ্বাৰা অৱহেলিত জমিদাৰৰ দ্বাৰা শোষিত, আত্মকলহৰ দ্বাৰা জৰ্জৰিত আৰু অৰ্থ সমস্যাত জুৰুলা মাটিহীন খেতিয়ক আছিল। বগাচাহাবৰ দালালৰ ফুচুলনিত 'আধা কামে পাবে পুৰা দাম' কথাত ভোল গৈ দলে দলে, অসমলৈ আহি চাহ গছৰ লগত সম্পৰ্ক পাতি চাহ মজদুৰ হিচাপে চিহ্নিত এই সমাজখনে আজি নিজকে 'চাহ বাগিচাৰ অসমীয়া সমাজ' বুলি চিনাকি দি গৌৰৱ অনুভৱ কৰে। চাহ মজদুৰসকলে তেওঁলোকৰ পিতৃ পুৰুষৰ হাড়ভঙা। পৰিশ্ৰমৰ ফলত গঢ়ি উঠা চাহ বাগিচাখনক 'নিজৰ' বুলি ভৱাৰ দৰে অসম খনকো নিজৰ বুলি ভাবে। অসমখনৰ বাহিৰে নিজৰ বুলিবলৈ তেওঁলোকৰ আৰু কোনো ঠাই নাই। কাৰণ পূৰ্বপুৰুষৰ দেশৰ লগত তেওঁলোকৰ আৰু কোনো সম্পৰ্ক নাই। প্ৰায় ২০০ বছৰৰ আগতেই পূৰ্বপুৰুষৰ দেশৰ লগত তেওঁলোকৰ বিচ্ছেদ ঘটিল। পূৰ্বপুৰুষ কোন ঠাইৰ পৰা আহিছিল বুলি ক'লে হয়তো বহুতে ক'ব নোৱাৰিব। নোৱাৰাটো স্বাভাৱিক।

ডুমডুমা এলেকাৰ ৫০ খন চাহ বাগিচাৰ চাহ মজদুৰসকলৰ মাজত অসম আৰু অসমীয়াৰ বিৰুদ্ধে বিদ্বেষ ভাব জগাই তুলিবৰ কাৰণে এচাম ন্যস্তস্বাৰ্থৰ লোকে গুৱাহাটীৰ সাপ্তাহিক বাতৰি কাকত এখনত অপপ্ৰচাৰ চলাইছে। চাহ

বাগিচাৰ লোকসকলৰ মাজত অসমীয়া ভাষাত লিখা কিছুমান বেনামী ছপা কাকত কিছুমান লোকে বিতৰণ কৰি ফুৰিছে। ৰং-বিৰঙৰ ছপা কাগজবোৰ বাগিচাৰ কোনো লোকক লগ পালেই বাগিচাত বিলাবলৈ এসোপা দি দিয়ে।

ষড়যন্ত্ৰকাৰীহঁতে যিমানেই চেষ্টা নকৰক লাগে চাহ মজদুৰসকলে ভালদৰে বুজি উঠিছে যে সদৌ অসম ছাত্ৰ সস্থা, আৰু সংগ্ৰাম পৰিষদে চলোৱা আন্দোলন হৈছে জাতীয় আন্দোলন। জাতি-ধৰ্ম নিৰ্বিশেষে অসমৰ সকলোৱে কৰা উমৈহতীয়া আন্দোলন। ইয়াত কোনো জাতিৰ কথা নাই, কোনো ভাষাৰ কথা নাই, কোনো গোষ্ঠী, সম্প্ৰদায় বা কোনো ধৰ্মৰ কথা নাই। ইয়াত জড়িত হৈ আছে সমগ্ৰ অসমৰ বৃহত্তৰ স্বাৰ্থৰ কথা। অসমৰ স্বাৰ্থই যেতিয়া চাহ মজদুৰৰ স্বাৰ্থ তেনেক্ষেত্ৰত এই সংগ্ৰামত সহযোগ নকৰাৰ কোনো প্ৰশ্ন আহিব নোৱাৰে আৰু অহাও নাই।

সাম্প্ৰতিক পৰিস্থিতিৰ সুযোগ লৈ চাহ বাগিচাবিলাকৰ যাতে কোনো জটিল সমস্যাৰ সৃষ্টি নহয় সেই উদ্দেশ্যে মৰাণত চাহ বাগিচাৰ মজদুৰসকল গোট খাই এক বিৰাট ৰাজহুৱা সভা পাতে। বিশদভাৱে আলোচনা কৰা হয়। বিভেদকামী শক্তিৰ প্ৰৰোচনাত পৰি চাহ মজদুৰসকলৰ মাজত যি ভুল বুজাবুজিৰ সৃষ্টি হৈছে তাৰ বাবে অনুতাপ প্ৰকাশ কৰা হয় আৰু প্ৰৰোচনাকাৰীহঁতৰ উৰা বাতৰিৰ ওপৰত কাণ নিদিবলৈ চাহ মজদুৰসকলক অনুৰোধ কৰা হয়। সভাত সৰ্বসন্মতি ক্ৰমে বিপুল হৰ্ষধ্বনিৰ মাজত তলত দিয়া প্ৰস্তাৱকেইটা গ্ৰহণ কৰা হয়।

১। ভাৰতীয় সংবিধান অনুসৰি ১৯৪৮ চনৰ ১৯ জুলাইৰ পিছত অসমলৈ অহা ভাৰতীয় নাগৰিকত্ব নোপোৱা সকলো মানুহেই বিদেশী আৰু এইসকল লোক অসম তথা ভাৰতত থকাৰ কোনো অধিকাৰ নাই।

২। ভোটাৰ তালিকাত এজনো বিদেশীৰ নাম থকা পৰ্যন্ত অসমত কোনো নিৰ্বাচন নেপাতিবলৈ চৰকাৰক দাবী জনোৱা হয়।

৩। অসমৰ চাহ বাগিচাসমূহ চাহ মজদুৰসকলৰ মাজত সংঘৰ্ষ লগাবৰ বাবে যিসকল ৰাজনৈতিক দল তথা বিভেদকামী শক্তিয়ে অহৰহ চেষ্টা চলাইছে তেওঁলোকক তদন্ত কৰি উপযুক্ত শাস্তি বিহিবৰ বাবে চৰকাৰৰ ওচৰত দাবী জনোৱা হয়।

৪। বিদেশী নাগৰিকক আশ্ৰয় দিয়াসকলক আৰু বিদেশী নাগৰিকৰ হুকে মাত মতাসকলক ৰাষ্ট্ৰৰ বিৰুদ্ধে ষড়যন্ত্ৰত লিপ্ত থকাৰ অপৰাধত উপযুক্ত শাস্তি বিহিব লাগে বুলি চৰকাৰক দাবী জনোৱা হয়।

মাৰ্ঘেৰিটা শাখা অসম চাহ মজদুৰ সংঘ আৰু স্থানীয় বাগিচা সংঘবোৰ যুগ্ম



সভাত বিদেশী নাগৰিকক বহিষ্কাৰ কৰা সম্পৰ্কত সম্প্ৰতি অসমত উদ্ভৱ হোৱা পৰিস্থিতিৰ বিষয়ে খৰচি মাৰি আলোচনা কৰা হয় আৰু চাহ বাগিচাসমূহত যাতে কোনো অবাঞ্চিত লোকৰ প্ৰৰোচনাত পৰি কোনো ধৰণৰ অশান্তিয়ে গা কৰি উঠিব নোৱাৰে তাৰ প্ৰতি সজাগ দৃষ্টি ৰাখিবলৈ একমত প্ৰকাশ কৰা হয়। সভাত সৰ্বসন্মতি ক্ৰমে গ্ৰহণ কৰা এক প্ৰস্তাৱযোগে বিদেশী নাগৰিকৰ বহিষ্কাৰ সম্পৰ্কে চাহ মজদুৰ সংঘৰ কেন্দ্ৰীয় সমিতিয়ে লোৱা মতেই অভাৰতীয় লোকক ভাৰতীয় সংবিধানৰ বিধান অনুসৰি কেৱল যে ভোটাৰ তালিকাৰ পৰাই বাদ দিব লাগে এনে নহয়, প্ৰকৃত চিনাক্তকৰণৰ জৰিয়তে অসমৰ পৰা বহিষ্কাৰ কৰিব লাগে বুলি দাবী জনোৱা হয়।

চাহ মজদুৰ নেতা শ্ৰীলক্ষ্মণ চন্দ্ৰ কৰ্মকাৰৰ সভাপতিত্বত বহা বোকাখাট শাখা অসম চাহ মজদুৰ সংঘ আৰু অসম চাহ কৰ্মচাৰী সংঘৰ সভাই সাম্প্ৰতিক আন্দোলনৰ প্ৰতি পূৰ্ণ সমৰ্থন আগবঢ়াই বিদেশী নাগৰিকৰ নাম ভোটাৰ তালিকাৰ পৰা ৰদ কৰি তেওঁলোকক অসম ভূমিৰ পৰা সম্পূৰ্ণৰূপে বহিষ্কাৰ নকৰা পৰ্যন্ত আগন্তুক কোনো নিৰ্বাচনত সহযোগ নকৰিবলৈ সৰ্বসন্মতি ক্ৰমে প্ৰস্তাৱ গ্ৰহণ কৰে। মাজবাটৰ শ্ৰীচিলভিয়াচ কন্দপান, ডিব্ৰুগড়ৰ শ্ৰীদীপক মুৰ্মু, ডুমডুমাৰ শ্ৰীদিলেশ্বৰ তাঁতি, মৰাণৰ শ্ৰীজয়চন্দ্ৰ নাগবংশীকে ধৰি চাহমজদুৰ সমাজৰ বিধায়কসকলে এক বিবৃতিযোগে ব্যক্ত কৰিছে যে কিছুমান অসমীয়া বিৰুধা বিভেদকামী মনোভাৱ প্ৰকট কৰি তুলিবলৈ চেষ্টা কৰি আছে। চাহ মজদুৰসকল মনে প্ৰাণে অসমীয়া আৰু অসমীয়া সমাজৰ এটা অবিচ্ছেদ্য অংগস্বৰূপ। তেওঁলোক যুগ যুগ ধৰি অসমত আছে। সদায় অসমীয়াৰ লগতে বসবাস কৰিব আৰু কালক্ৰমে আহোম জাতি যেনেকৈ অসমীয়া জাতিৰ ঘাই সুঁতিৰ সৈতে মিলি গৈছে চাহ মজদুৰ সকলো অদূৰ ভৱিষ্যতে মিলি যাব। বিভেদ শক্তিয়ে ইয়াক ৰোধ কৰিব নোৱাৰে।

যোৱা ১৯৭৯ চনৰ ডিচেম্বৰ মাহত যোৰহাটত বহা অসম চাহ মজদুৰ জনজাতি ছাত্ৰ সস্থাৰ বিশেষ সন্মিলনত সাম্প্ৰতিক পৰিস্থিতিত চাহ মজদুৰসকলে কি ভূমিকা লোৱা উচিত এই সম্পৰ্কে বহলাই আলোচনা কৰা হয়। বৰ্তমানে চলা গণ আন্দোলনৰ ওপৰত ভিত্তি কৰিয়েই উক্ত সন্মিলনখন পতা হৈছিল। সন্মিলনত অসমৰ চুকে কোণে থকা চাহ মজদুৰ ছাত্ৰ-ছাত্ৰী প্ৰতিনিধিসকলৰ উপৰি বাগান বস্তিৰ বহুসংখ্যক চাহ মজদুৰে অংশ গ্ৰহণ কৰিছিল। তিনিদিনীয়াকৈ চলা সেই ঐতিহাসিক সন্মিলনত ভোটাৰ তালিকাৰ পৰা বিদেশী নাগৰিকৰ নাম বাতিল

কৰি অসমৰ পৰা সিহঁতক বহিষ্কাৰ নকৰা পৰ্যন্ত নিৰ্বাচন বৰ্জন কৰা তথা সাম্প্ৰতিক আন্দোলনৰ প্ৰতি পূৰ্ণ সমৰ্থন আগবঢ়োৱা সম্পৰ্কত সৰ্বসন্মতি ক্ৰমে গ্ৰহণ কৰা প্ৰস্তাৱত কোৱা হয়— ভাৰতৰ বংগ, বিহাৰ, উৰিষ্যা, উত্তৰ প্ৰদেশ, মধ্য প্ৰদেশ, অন্ধ্ৰ প্ৰদেশ, তামিলনাডু, মহাৰাষ্ট্ৰ আদি বিভিন্ন প্ৰান্তৰ পৰা অসমৰ চাহ উদ্যোগত কাম কৰিবলৈ অষ্টাদশ শতিকাতে অহা আৰু আহি নিগাজিভাৱে থিতাপি লোৱা লাখ লাখ (চৰকাৰীভাৱে চাহ বনুৱা সম্প্ৰদায় আৰু প্ৰাক্তন চাহ-বনুৱা ৰূপে চিহ্নিত) মুণ্ডা, উৰাং, চাওতাল, ভূমিজ, কুৰ্মি, গোৱালা, কৈৰি, বাউৰী, কয়া, পৰ্জা, জলা, হাৰী, ভূএগ্ৰা, ৰাজোৱাৰ, তেলী, নাপিত, ধুবী, গণ্ড, গঞ্জু, খেৰীয়া, চাওঁৰা, সৰৱ বাঢ়ৈ, কন্দ, তাছা, ঘাটোৱাৰ, কুমাৰ, চিক, বৰাইক, অসুৰ, চুণ্ডী, ডম, কেওট, কালিন্দী, পাণ্ডৱ, তেলেংগা, মাল, ঘাছি, মাছুৱা, ৰাজপুত, তাঁতী আদি বিভিন্ন জাতি আৰু উপজাতিৰ মানুহবোৰ অসম চাহমজদুৰ জনজাতি ছাত্ৰ সন্থাৰ সৌজন্যত অসমীয়া ভাষা আৰু সংস্কৃতিৰ ঘাই সুঁতিৰ সৈতে জীন যাবলৈ অদম্য প্ৰচেষ্টাৰে ওলাই আহিছে আৰু তেওঁলোক বৃহত্তৰ অসমীয়া জাতিৰ এক অবিচ্ছেদ্য অংগ হৈ পৰিছে। যুগ যুগ কৰি অসম ভূমিক সুখ আৰু শান্তিৰে বাস কৰি এই জাতি উপজাতি লোকসকল ঘাই সুঁতিৰে সৈতে মিলি বৃহৎ অসমীয়া সমাজৰ সৃষ্টি কৰিছে আৰু সকলোৰেই এতিয়া খিলঞ্জীয়া অসমীয়া হৈ পৰিছে। সমগ্ৰ অসম জুৰি বিদেশী অনুপ্ৰৱেশকাৰীক বহিষ্কাৰ কৰি অসমৰ আত্মনিয়ন্ত্ৰণ আৰু অসমীয়া জাতিৰ অস্তিত্ব ৰক্ষাৰ বাবে হোৱা সংগ্ৰাম গণ সমাৱেশ, আৰু গণ হত্যাগ্ৰহত স্বতঃস্ফূৰ্ত ভাৱে এই অসমীয়া মানুহখিনিয়ে যোগ দি ঐক্য আৰু সংহতিৰ উজ্জ্বল দৃষ্টান্ত দাঙি ধৰাৰ পাছতো যদি কোনোবাই জাতীয় জীৱনৰ ঘাই সুঁতিৰে সৈতে জীন যোৱা এই অসম চাহ মজদুৰ জনগোষ্ঠীক অসমীয়া মানুহৰ পৰা বিছিন্ন কৰিব বিচাৰে তেন্তে সেইসকলক অসমৰ চাহ বাগিচাৰ অসমীয়া সমাজৰ মানুহখিনিয়ে সহ্য নকৰিব। অসমৰ নগৰ, চহৰ, গাঁও, বস্তি, চাহ বগিচাৰ বণুৱা লাইন আৰু কৰ্মচাৰী লাইনত স্থায়ীভাৱে বসবাস কৰি থকা অসমৰ চাহ মজদুৰ জনগোষ্ঠী সম্পূৰ্ণভাৱে খিলঞ্জীয়া অসমীয়া আৰু এই সত্যৰ ক্ষেত্ৰত কোনো ধৰণৰ যুক্তি তৰ্ক বাদ বিসম্বাদৰ প্ৰশ্ন কেতিয়াও উঠিব নোৱাৰে। মুঠতে 'আসাম হামানিকে, হামানি আসামকে' বুলি ভবা চাহ মজদুৰে 'অসম মৰলে হামাৰাও মৰব' বুলি প্ৰতিজ্ঞাবদ্ধ হৈ অসমৰ অস্তিত্ব ৰক্ষাৰ সংগ্ৰামত অংশগ্ৰহণ কৰি বৃহৎ অসমীয়া জাতি গঠনৰ ক্ষেত্ৰত অৰিহণা আগবঢ়াইছে।



# সাহিত্যিক দেউৰাম তাছাক যিদৰে জানো

১৯৭৫ চনৰ জানুৱাৰী মাহৰ কথা। তেতিয়া আমি ডিব্ৰুগড়ত। বকুল চাহ বাগিচাত চাহ জনজাতি ছাত্ৰ সন্থাৰ অধিৱেশন হৈছে। ডিব্ৰুগড় চহৰৰ পৰা বকুল চাহ বাগিচা কিছু আঁতৰত। আমি সকলো তাতে আছোঁ। অধিৱেশনলৈ সু-সাহিত্যিক দেউৰাম তাছাও আহিছে। তেতিয়ালৈকে আমি তেখেতক চিনি নাপাওঁ। নামহে শুনিছো। তেখেতে লিখা লিখনিহে পঢ়িছো। এই বকুল অধিৱেশনতে প্ৰথম তেখেতক লগ পাওঁ। তেখেতৰ সৈতে এয়েই প্ৰথম চিনাকি আৰু কথা-বতৰা হোৱাৰ সুযোগ পাওঁ। সেই অধিৱেশনথলীয়েই আছিল আমাৰ প্ৰথম মিলন থলী।

প্ৰথম চিনাকিতে মানুহজনে সকলোকে আপোন কৰি ল'ব পাৰে। আমিও তাৰ পৰা বাদ পৰা নাছিলোঁ। এইটো তেখেতৰ এটা বৰ ডাঙৰ গুণ। মানুহজনৰ চেহেৰা-পাতি বৰ সুন্দৰ। শকত-আৱত। ওখ-পাখৰ। বগা। দেখাত বাগানীয়া মানুহ যেন নালাগে। চিনি নোপোৱা, মানুহে তেওঁক কেতিয়াও বাগানীয়া মানুহ বুলি নক'ব। কথা-বতৰা অমায়িক। নিজৰ সমাজৰ বয়সত সৰুবোৰক তেওঁ সদায় 'তই' বুলিয়ে কয়। তুমি বুলি কেতিয়াও নকয়। তুমিতকৈ 'তই'টো বেছি আপোন, বেছি মৰমৰ। আমাকো সদায় 'তই' বুলিয়ে কয়। চিনাকিতে যি আমাক 'তই' বুলি সম্বোধন কৰিলে সেই সম্বোধক শেষলৈকে থাকিল। অধিৱেশন শেষ কৰি যোৰহাটৰ ঘৰলৈ যাবৰ বেলিকা ডিব্ৰুগড়ৰ চৌকিডিঙি চৰকাৰী বাছ আস্থানত আমাক ক'লে যে অসম সাহিত্য সভাৰ দৰে আমিও এটা চাহ বাগিচাৰ সাহিত্য সভা গঠন কৰিব লাগে। তেতিয়ালৈকে আমাৰ কোনো সাহিত্য সভা নাছিল। এতিয়া বিভিন্ন নামকৰণেৰে কেইবাখনো সাহিত্য-সংস্কৃতিৰ সভা গঠন হৈছে। লগতে তাছাদেৱে সভাখন যোৰহাটত পাতিবলৈ ক'লে। থকা-মেলা, খোৱা-বোৱাৰ দায়িত্ব সকলো তেখেতে ল'লে। তেখেতৰ কথা মতে সেই বছৰৰে এপ্ৰিল মাহত সভাখন যোৰহাটত আহবান কৰা হ'ল। আহ্বায়ক আছিল চেনীৰাম কুৰ্মী, কমল নায়ক আৰু এই লেখক। সভাখন যোৰহাটৰ হাতীগড় চাহ বাগিচাত তেখেতৰ বাসভৱনত হৈছিল। সভাখন দুদিনীয়া আছিল। সৰ্বসন্মতিক্ৰমে 'অসম চাহ মজদুৰ সাহিত্য-সংস্কৃতি পৰিষদ' গঠন কৰা হয়। সভাপতি হয় মেঘৰাজ কৰ্মকাৰ, উপ-সভাপতি হয় দেউৰাম

তাছা, সাধাৰণ সম্পাদক হয় নাৰায়ণ ঘাটোৱাৰ আৰু সহকাৰী সাধাৰণ সম্পাদক হয় এই লেখক। এইদৰে তাছাদেৱৰ নিঃস্বাৰ্থ প্ৰচেষ্টাত গঢ় লৈ উঠে চাহ জনজাতি সমাজৰ সাহিত্য-সংস্কৃতি এটি অনুষ্ঠান। ডিবুৰু বাছ আস্থানত কোৱা তাছাদেৱৰ কথাবাৰতে জন্ম পালে এটি অনুষ্ঠান। তাছাদেৱৰ ই এক ব্যক্তিত্বৰে প্ৰভাৱ।

প্ৰথম চিনাকিতে আপোন আপোন লগা মানুহজনৰ কোনো ভেম নাই। কথাৰ কোনো লুক-ঢাক নাই। যি কয় মুখৰ আগতে কয়। পিছত নকয়। 'হাতীৰ কপালত খুছিবা, মিতিৰৰ আগত ক'বা।' —তাছাদেৱ আছিল এই ধৰণৰ মানুহ। মোক লগ পালেই কয়, 'তই শকত হোৱা নাই কিয়? নাখাৱ নেকি? তইঁতৰ যে...।' চেহেৰা পাতিৰ বিষয়ে কথা পাতি থাকোঁতে তেখেতে এদিন ক'লে যে চেহেৰায়ো কেতিয়াবা কাম কৰে। তেখেতে নিজৰ জীৱনৰ এটা ঘটনা ক'লে। কাকপথাৰত চাকৰি কৰি থকা দিনৰ ঘটনা। ডুমডুমাত এখন চেমিনাৰ হৈছিল। চৰকাৰী বৰমূৰীয়াসকল গোট খাইছে। মন্ত্ৰী-বিধায়কো আহিছে। গেটত ৰখীয়া। সকলোকে সোমাব দিয়া নাই। কটকটীয়া ব্যৱস্থা। তাছাদেৱো আহিছে। তেখেতক গেটত সোমাব দিলে। গেটৰখীয়াই একো নুসুধিলে। তেখেতৰ পিছে পিছে যোৱা ডি এফ অ' জনক সোমাব নিদিয়ে। লাগিলে হুলস্থূল। ডি এফ অ', বুলি বাৰে বাৰে চিনাকি দিয়া সত্ত্বেও বোলে সোমাব দিয়া নাছিল। কি ভাবি জানো সোমাব দিয়া নাছিল সেই কথা গেটৰখীয়াজনেহে জানে। পাছত তাছাদেৱে কোৱাতহে তেওঁক সোমাব দিলে। ... সোমাবলৈ দিয়া নিদিয়া কথাটো ৰগৰ কৰি পাছত তাছাদেৱে আমাক কৈছিল এইদৰে ঃ '... বুজিছ, মোক সোমাব দিলে মোক চেহেৰাটো চাই আৰু তাক সোমাব দিয়া নাছিল তাৰ চেহেৰাটো চাই।' ডি এফ অ' জন বোলে অলপ চুটি-চাপৰ লেৰেলা ধৰণৰ আছিল। এজন অফিচাৰ যেন নালাগে। সেয়ে বোধহয় গেটৰখীয়াই তাক সোমাব দিয়া নাছিল।

আমি জনাত তাছাদেৱে সকলোবোৰ কাম ভাবি-চিন্তি কৰিছিল। 'ভাবিয়া কৰিও কাজ, কৰিয়া ভাবিও না' —এই প্ৰকৃতিৰ আছিল। ঘপহকৈ কোনো কাম নকৰিছিল। ভাল হ'ব যেন ভাবিলে আৰু ৰৈ নাথাকে। লাগি যায় কৰিবলৈ। যি কামৰ দ্বাৰা সমাজখনৰ বেয়া হ'ব ভাবে তেনে কাম তেখেতে কেতিয়াও নকৰে। নিজৰ ক্ষতি হ'লেও নকৰে। তেনে উদাহৰণ আমি পাইছোঁ। ১৯৭৪ চনৰ কথা। আমি তেতিয়া ডিব্ৰুগড়ত। তেতিয়ালৈকে তাছাদেৱক আমি চিনি নাপাওঁ। নামহে জানো। হঠাতে তাছাদেৱৰ পৰা এখন চিঠি পালো। মতামত বিচাৰিছে। কি কৰিলে ভাল হয়। কথাটো হ'ল— তেখেতৰ লিখনি এজনে নকল কৰিছে। নকল কৰি আলোচনীত



প্ৰকাশ কৰিছে। তাৰ পিছত তেখেতৰ যোৰহাটৰ ঘৰলৈ মোক মাতি পঠিয়ালে। বিহুৰ বন্ধত। বিহু খাবলৈ মাতিলে। সেই মতে গ'লো। নিশা তেখেতৰ ৰুমত দৰ্জা মাৰি কাকো সোমাবলৈ নিদি তেখেতে মোক তেখেতৰ নকল কৰা প্ৰবন্ধটি দেখুৱালে। কাষত তেখেতৰ পৰিবাৰো আছিল। তিনি বছৰমান আগতে প্ৰকাশ পোৱা তাছাদেৱৰ লিখনিটো আৰু নকল কৰিপ্ৰকাশ কৰা লিখনিটিৰ বহু অংশ হুবহু মিলি গৈছে। দেখি আমি আচৰিত। কাগজত লিখি তেখেতে মানুহজনক উদঙাই দিব পাৰিলেহেঁতেন। কিন্তু তেখেতে কৰা নাই। বহুত ভাবি-চিন্তিয়েই তেখেতে সেই কাম তেতিয়ালৈকে তেখেতে কৰা নাই। নকৰাৰ কাৰণো আছে। তেখেতে দেখিলে যে কাগজত লিখিলে এইখন সমাজৰে এজন লেখকক উদঙাই দিয়া হ'ব। তেখেতৰ লগতে এইখন সমাজৰ আনবোৰ লেখককো আনে উপলুঙা কৰিব। 'কুলিকা বাচ্চা, কভি নাই আচ্ছা' বুলি ক'বলৈ মানুহে আৰু সুবিধাহে পাব। সমাজখনৰ কথা ভাবি তেখেতে মনে মনে থাকিল। কাকো একো নকলে। কাগজতো নিলিখিলে। যি হ'বৰ আছিল হ'ল, কাকো একো এই বিষয়ে আৰু ক'ব নালাগে বুলি আমাকো সোঁৱৰাই দিলে। আমাৰ বাহিৰে কোনেও আৰু কথাটো নাজানে। কাকো আমি কোৱা নাই। এনেকৈ প্ৰথম সমাজৰ কথা, পিছত নিজৰ কথা চিন্তা কৰা মানুহ আজি কেইজন আছে?

তেখেতে কেতিয়াও কাকো হেয় জ্ঞান নকৰিছিল। ডাঙৰ-সৰু বাচ-বিচাৰ নকৰিছিল। সকলোকে সমান যেন ভাবিছিল। সৰু-বৰ সকলোৰে মাজত বন্ধুত্বভাৱ তেখেতৰ ফুটি উঠিছিল। তাৰ প্ৰমাণ আমি নিজৰ ক্ষেত্ৰতে পাইছো। আগতে তেখেতসকলৰ ঘৰলৈ প্ৰায়ে যোৱা হয়। এতিয়া কমিছে। তেখেতসকলে খুব কুঁহিয়াৰ খেতি কৰে। আগতেও কৰিছিল। এতিয়াও কৰে। এবাৰ কুঁহিয়াৰ কটা-গুৰ পেৰা দিনত তেখেতসকলৰ ঘৰলৈ গৈছিলো। সন্ধিয়া ঘৰৰ ওচৰতে থকা কুঁহিয়াৰ বাৰীত গুৰ পেৰা ঠাইত বহি গুৰৰ লালি খাই খাই দুয়ো কথা পাতি আছো। ওচৰতে তেখেতৰ ডাঙৰ পুত্ৰ কামাখ্যাও ওটা মূঢ়াত বহি আছে। কামাখ্যা তেতিয়া সৰু। এল পি স্কুলত পঢ়ি আছে। তাছাদেৱে খুব চিগাৰেট খায়। তাত কথা পাতি থাকোঁতে হঠাতে মোক ক'লে, 'চিগাৰেট খাবি নেকি?' মই নাখাওঁ বুলি ক'লো। বয়সত তেখেত মোতকৈ যথেষ্ট ডাঙৰ। তেখেতৰ মই ডাঙৰ দাদা হিচাপে সন্মান কৰোঁ। তেখেতেও মোক সৰু ভাই হিচাপে মৰম কৰে। ভাতৃসুলভ ভাবিলেও বন্ধুত্বসুলভ হিচাপে সকলোকে তেখেতে ব্যৱহাৰ কৰে। এই ব্যৱহাৰ অকল তেখেতৰ ঘৰখনৰ আনবোৰ ভাই-ককাইৰ মাজতো আছে। কথা পাতি ইজনে সিজনক ঠাট্টা-মস্কৰা

কৰি থকা দেকিলে এনেহে লাগে যেন ইজন সিজনৰ নলে গলে লগা বন্ধুহে। আচাৰ ব্যৱহাৰো ঠিত তেনে ধৰণেই। ভাই-ককাইৰ এনে ধৰণৰ ভাতৃসুলভ বন্ধুত্ব ভাব থকা পৰিয়াল খুব কমেই আছে। এই কথা অকল ময়ে নহয়, আনেও অনুভৱ কৰে। সুশিক্ষিতা গৱেষিকা শ্ৰীমতী তৰুলতা মাঝিয়েও এদিন এই কথা ক'লে। এইবোৰে তাছাদেৰৰ উদাৰ মনৰ পৰিচয় দিয়ে।

তাছাদেৰ পৰিশ্ৰমী আছিল। এনেয়ে বহি সময় কেতিয়াও নকটাইছিল। হয় লিখা মেলা কৰিছিল, নহয় ইটো-সিটো ঘৰুৱা কাম কৰিছিল। আমাক কৈছিল 'শ্ৰম নকৰিলেকিহৰ শ্ৰমিক? চাহ শ্ৰমিক সম্প্ৰদায় বুলি মুখেৰে চিনাকি দিলেই নহয়। হাতে কামেও চিনাকি দিব লাগে।'

জামুগুৰিত চাকৰি কৰি থাকোঁতে বোলে খুব চাইকেল চলাইছিল। খোজ কাঢ়িছিল বিস্নাত খুব কমেই উঠিছিল। কাকজানত চাকৰি কৰি থকা কালতো চাইকেল মাৰিয়েই গোটেই ঘুৰি ফুৰিছিল। ইচ্ছা কৰিলে গাড়ী-মটৰো ল'ব পাৰিলেহেঁতেন। কিন্তু লোৱা নাছিল।

তেখেতে চিঠি পত্ৰ বৰ দীঘলীয়াকৈ লিখিছিল। আমালৈ তেখেতে বহুত চিঠি লিখিলে। কিন্তু কোনো দিনেই সৰু-চিঠি নাপালো। আন কাৰোবাক যদি সৰু চিঠি দিছিল নাজানো। আমাক দিয়া প্ৰায়বোৰ চিঠি ফুলস্কেপ কাগজত দুই পিঠি ভৰাই লিখা। কেতিয়াবা দুই পিঠিতো নাটিলে আৰু এখিলা যোগ কৰি দিয়ে। আখৰবোৰ সৰু, পাক লগা। প্ৰথমতে পঢ়িবলৈ টান লাগিছিল। পিছলৈ টান লগা হ'ল। পাকবোৰ বুজি পোৱা হ'লো। চিঠিবোৰত ঘৰুৱা কথা কম থাকে। সাহিত্যৰ কথা বেছি থাকে। সমাজখনৰ কথা বেছি থাকে। চাহ জনজাতি সমাজৰ মানুহখিনি যে এতিয়াও সচেতন নহয়, এইকথা প্ৰায়েই চিঠিত লিখিছিল। 'লাখ লাখ লাখ হৈয়ো একো নেপালি, টাঁক-টাঁক-টাঁক কেৱল টাঁকেই বজালি' —এনে ধৰণৰ। চাহ জনজাতি নতুন পুৰুষৰ কথাও লিখিছিল। কিছুমান নতুন পুৰুষ অলপ কিছু হ'লেই নিজকে 'সৰজান্তা তালুকদাৰ' স্বৰূপ হৈ পৰাৰ কথা লিখিছিল। এবাৰ উজনি অসমৰ চাহ বাগিচা এখনত সাহিত্য-সংস্কৃতি সম্পৰ্কীয় সভা এখন পাতিছিল। তাত তাছাদেৰক নিৰ্দিষ্ট বক্তা হিচাপে মাতিছিল। তেখেতে সুন্দৰ বক্তৃতা দিয়ে। কথা কোৱাৰ এটা আৰ্ট আছে। সভাৰ অন্তত সকলো ঘৰাঘৰী হ'ল। তাৰপৰা তাছাদেৰৰ ঘৰলৈ বহুত দূৰ। আন্ধাৰো হৈছে। ঘূৰি যোৱাৰ সুবিধাও নাই। ক'ত থাকিব, কি কৰিব— এই বিষয়ে কোনেও সোধ-পোছ কৰা নাই। উপায় নেপাই সেই বাগিচাৰে এজন শিক্ষিত নতুন পুৰুষক থকাৰ কথা ক'লে। উত্তৰত নতুন পুৰুষে ক'লে, 'গুৱাহাটীৰ পৰা



অহা এজন বিশিষ্ট ব্যক্তিৰহে তেওঁৰ তাত থকা মেলাৰ ব্যৱস্থা কৰা হৈছে। গতিকে অসুবিধা হ'ব।' এই কথাত তাছাদেৰ আৰু তাত থকা নহ'ব বুলি মনত ঠিক কৰি কাৰোবাৰ চাইকেলত উঠি বাগিচাৰ পৰা ৰাজপথলৈ ওলাল। তাৰ পৰা ট্ৰাকত উঠি ২০/২২ মাইলমান দূৰত থকা চহৰ এখনত কটালে। এইবোৰ কথা তেখেতে আমাক পিছত কৈছিল। চিঠিতো লিখিছিল। ঠিক একে ধৰণৰ অৱস্থা এদিন সাহিত্যিক পেঞ্চনাৰ প্ৰয়াত মেঘৰাজ কৰ্মকাৰদেৰো হৈছিল। সেই কথা চাহ-জনজাতি ছাত্ৰ সন্থাৰ স্মৃতিগ্ৰন্থ 'সোণমণি'ত লিখা হৈছে।

তাছাদেৰে নিজৰ কথাতকৈ আনৰ কথা বেছি চিন্তা কৰে। আনৰ অহিত চিন্তা কেতিয়াও নকৰে। চাহ বাগিচাৰ সাহিত্যৰ কথা, সমাজখনৰ চিন্তা বৰকৈ কৰে। কাৰোবাক লগ পালে সাহিত্য আৰু সমাজৰ কথা বেছিকৈ পাতে। আনৰ স্বাস্থ্যপাতিৰ ওপৰত খুব নজৰ ৰাখে। নিজৰ স্বাস্থ্যৰ কথা পাহৰি যায়। ১৯৯৩ চনৰ এপ্ৰিল মাহ। দাদা চাহেব ফাল্কে বঁটা পোৱা বাবে ড° ভূপেন হাজৰিকাক চৰকাৰীভাৱে সম্বৰ্ধনা জনাবলৈ গুৱাহাটীত সম্বৰ্ধনা সভা পাতিছে। নিমন্ত্ৰিত হৈ আমিও গৈছো, তাছাদেৰো গৈছে। সভাৰ অন্তত তাছাদেৰৰ লগত ভেটাভেটি হয়। পোনচাটেই ক'লে, 'তই ইমান ক্ষীণাইছে কিয়? বেমাৰ হৈছিল নেকি?' সেই সময়ত দেখিলো তেখেত আগতকৈ বহুত ক্ষীণাইছে। কিছুদিনৰ আগতে তেখেতৰ অসুখ হোৱাৰ কথা চিঠিতো লিখিছিল। আমাক তেতিয়া চাহ বাগিচাৰ পুৰাণ কাব্য লিখি থকাৰ কথা ক'লে। লগতে ক'লে, 'লিখি থকা কিবাকিবি চাহ বাগিচাৰ কথা। ঢিলাই নিদিবি লিখিবলৈ। লিখি লিখিয়েই আমি জাগৰণ আনিব লাগিব।' এইদৰে লিখা-মেলাত সদায় আনক উৎসাহ দিয়ে। কেতিয়াও কাকো নিৰুৎসাহ নকৰে। নিজৰ ঘৰখনতো কোনে কি লিখিছে, কাৰ লিখা কেনে হৈছে, সেইবোৰত চকু দি থাকে। 'লিখ, লিখ'— বুলি উৎসাহ দি থাকে। তেখেতৰ সেই উৎসাহ আৰু তদাৰকত ভায়েক ভনীয়েকহঁতেও সাহিত্য চৰ্চা কৰে। তেখেতৰ অবিহনত আজি তেখেতৰ ভাতৃ-ভগ্নীহঁতেও সাহিত্য চৰ্চা কৰে। এই অভাৱৰ কথা 'চাহ বাগিচাৰ সাধু কথা'ৰ লেখক ভাতৃ ডিম্বেশ্বৰ তাছা আৰু 'চাহ জনগোষ্ঠীয় লোক-কলা'ৰ লেখিকা ভগ্নী ৰেখা তাছাই এদিন এই লেখকৰ আগত ব্যক্ত কৰে।

# বীৰবল কালিন্দী

'.... চালা হামদেৰকে কুলি পাইলি?' —এইবুলি কৈয়েই হাফপেণ্ট পিন্ধা খীন-মিন ডেকা এজনে বিপুল নামৰ ডেকা এজনক কাণতাল মৰাচৰ দুটা লগাই দিলে। লগে লগে হুলস্থূল এটা সৃষ্টি হ'ল। মানুহ গোট খালে। কিন্তু বিপুলে ঘূৰাই চৰ মাৰিবলৈ সাহ গোটাব নোৱাৰিলে। কি হৈছে বুলি সোধাত হাফপেণ্ট পিন্ধা ডেকাজনে ক'লে—'হুঁ, হামদেবকে কুলি পাইলি; বেটা চিনে নাই পাই।' কুলি বুলি কোৱাৰ কাৰণ মানুহবোৰে বিপুলক ধমকি দিলে। কোনে জানিছিল এই হাফপেণ্ট পিন্ধা ল'ৰাজনেই এদিন চাহ মজদুৰ সমাজৰ এজন নামজ্বলা মানুহ হৈ পৰিব। কোনে জানিছিল চালভুজা-চাহপানী খাই সদায় বাগিচাত কোৰ মাৰিবলৈ যোৱা এইজনেই এদিন অসমীয়া, বঙালী, হিন্দী আৰু ইংৰাজী এইআটাইকেইটা ভাষাতে সমান পাৰদৰ্শিতা দেখৱাব। কেতিয়াও কল্পনা কৰিব নোৱাৰা ডেকাজনেই এদিন চাহ-মজদুৰ আকাশৰ এটি উজ্জ্বল তোটাতৰা হৈ জিলিকি থাকিব। বিপুলে বা কেনেকৈ জানিব।

সেই হাফপেণ্ট পিন্ধা খীন-মিন ডেকাজনেই আছিল বীৰবল কালিন্দী। বাগিচাৰ কাম কৰিছিল মজদুৰ কাম; কুলিৰ কাম। কিন্তু আত্মমৰ্যাদাৰ প্ৰতি সজাগ আছিল। উচ্চ আকাংক্ষাৰে মন ভৰি আছিল তেওঁৰ। 'হতে পাৰি হামৰা ধনেৰ দুখীয়া, কিন্তু মনেৰ দুখীয়া নহয়' —তেওঁৰ এই উক্তিয়ে উচ্চ আকাংক্ষাৰে পৰিচয় দিয়ে।

বীৰবল কালিন্দী চাহ মজদুৰ সমাজৰ এটি উল্লেখযোগ্য নাম। অসম চাহ মজদুৰ সংঘৰ লগত জড়িত অসমৰ প্ৰায়বোৰেই বীৰবল কালিন্দীক ভালধৰণেই জানে। চাহ-মজদুৰ নতুন পুৰুষৰ বাবে তেওঁ আছিল 'শ্ৰদ্ধাৰ পাত্ৰ', প্ৰেৰণাৰ উৎস। আৰু? আৰু স্থানীয় তথা নগাঁও জিলাৰ (জাতি-ধৰ্ম নিৰ্বিশেষে) প্ৰকৃত সমাজ সেৱকৰ প্ৰতীক। সেয়ে তেওঁক আজিও সকলোৰে শ্ৰদ্ধা সহকাৰে সোঁৱৰে।

বীৰবল কালিন্দীৰ জন্ম হয়, নগাঁও জিলাৰ আমলখী চাহ-বাগিচাত ১৯০২ চনত আৰু এইখন বাগিচাৰ পৰাই ১৯৭৩ চনৰ ২৮ অক্টোবৰ দিনা ইহ সংসাৰৰ পৰা চিৰবিদায় লয়। 'ভাল কাম কৰিলে ভাল ফল পায়' এই উক্তি শিৰোধাৰ্য কৰি জীৱনকালত যি ফল লাভ কৰিলে সেয়া অনন্য। সাধাৰণ দিন মজুৰি কৰা বনুৱাৰ পৰা পদোন্নতি হৈ এদিন সেই বাগিচাৰে মহৰিবাবু হ'বলৈ সমৰ্থ হৈছিল।



চাহ-মজদুৰসকলক লিখা-পঢ়া নজনা কাৰণেই কুলি বুলি কোৱা হয় নেকি নেজানো। কিন্তু 'অসমত গান্ধীজী' বোলা কিতাপখনত বেলেক ধৰণে ফঁহিয়াই দেখুৱাইছে। পঢ়ি চাবলগীয়া।

যিজন ব্যক্তিয়ে গোটেই জীৱন কৰ্মকেই একমাত্ৰ ধৰ্ম হিচাপে লৈ আগবাঢ়িলে; প্ৰতিদানৰ কোনো আশা নাৰাখি অবিৰাম গতিৰে মজদুৰৰ সেৱা কৰি গ'ল; কঁপালৰ ঘাম মাটিত পেলাই জীৱন সংগ্ৰামত লিপ্ত হ'ল; বাগানৰ বন্ধ পৰিৱেশৰ মাজত আৱদ্ধ থাকিও দুজন পুত্ৰ আৰু এগৰাকী কন্যাক উচ্চ-শিক্ষাৰে শিক্ষিত কৰিলে; সেই বীৰবল কালিন্দী আছিল চাহ-মজদুৰৰ অতি আদৰৰ, অতি মৰমৰ, যাক চাহ-মজদুৰৰ এজন উদাহৰণযোগ্য ব্যক্তি হিচাপে প্ৰতিজন মজদুৰক গণ্য কৰে। বাগিচাৰ মাটি, বাগিচাৰ ঘৰ। বাগনীয়া লাইন। নাম তাৰ কাঞ্চন বস্তি। বাগানৰ মানুহে গাঁৱক বস্তি বুলি কয়। কাঞ্চন জেগাডোখৰ আচলতে লাইনহে। বস্তি নহয়। কিন্তু এনে পৰিপাটী বাৰী থকা বাবে লাইন যেন নেলাগে। বস্তি যেনহে লাগে। এটা আদৰ্শ বস্তি। শান্ত পৰিৱেশ। কাঞ্চন বস্তি সুন্দৰ নাম। নাম যেনে সুন্দৰ, ঠাইডোখৰো তেনে সুন্দৰ। কেইবছৰমানৰ আগতে এই প্ৰবন্ধলেখকৰ তালৈ যোৱাৰ সৌভাগ্য ঘটিছিল। মজদুৰ নেতা কালিন্দীক লগ পোৱা গৈছিল। তাৰ মানুহখিনিৰ পৰা গম পোৱা গৈছিল যে কাঞ্চন বস্তিৰ নামকৰণ তেৱেঁই কৰিছিল। কৰাটো স্বাভাৱিক। সুন্দৰৰ পূজাৰীয়ে সুন্দৰৰ ফালেই উৰা মাৰে। এইখিনিতে তেওঁ কোৱা এষাৰ কথা মনত পৰিছে; 'পাৰিলে আনৰ উপকাৰ কৰিবা, নোৱাৰিলে মনে মনে থাকিবা। আনে অপকাৰ কৰিলেও তাৰ অপকাৰ নকৰিবা।' এইষাৰকথা আনে মানক নামানক, নিজে হ'লে মানিছিল।

সময়ৰ গতিত দিলদাৰ কালিন্দীৰ মনৰ পৰিৱৰ্তন হ'ল। কোৰমৰা কলমকটা মনে প্ৰগতিৰ সোপানত উঠিবলৈ মন মেলিলে। উপায়? উপায় ওলাল। আৰম্ভ কৰিলে লিখা-পঢ়া। স্কুলত নহয়, ঘৰতে। নিজৰ ঘৰতে। কাম কৰে দিনত, কিতাপ পঢ়ে ৰাতি। নজনাখিনি জনা লোকৰ পৰা শিকি লয়। নুবুজাখিনি বুজা লোকৰ পৰা বুজি লয়। এই আগ্ৰহ দেখি বাগিচাৰ দুই এজন বাবুৱেও সহায় কৰিছিল; পঢ়া নোৱাৰিলে শিকায় দিছিল। 'ৰতনলাল'ক কুলি চিনেমা বুলি কোৱা জনৈক ভদ্ৰলোকৰ দৰে সেই বাগানৰ বাবুবোৰ কালিন্দীক 'কুলি' ল'ৰা।" বুলি কৈছিলনে নাই নাজানো। 'কুলি কা বাচ্ছা' কভীনাই আচ্ছা যো ভি ছুৰৰ কা বাচ্ছা' বুলি ক'বলৈ বেয়া পাইছিল নে ভাল পাইছিল তাকো নাজানো। কিন্তু এইখিনি তেওঁৰ পৰাই জনা গৈছিল যে বাবুহঁতৰ মুখত মিঠা, পেটত তিতা আছিল। শ'লঠেকত পেলাবলৈ সদায় চেষ্টা কৰিছিল। সদায় হেয়জ্ঞান কৰিছিল।

তেওঁ বৰ চিধা-চাধা লোক আছিল। আনৰ অন্যায় কেতিয়াও নকৰিছিল। সদায় লোকক সহায় কৰিছিল। কিন্তু সহায় লোৱা নাছিল পৰাপক্ষত। এদিন কথাৰ মাজতে কৈছিল 'কিছুদিলে পাওৱাৰ আশা বেখনা; কিন্তু কিছু পেলে দেওৱাৰ চেষ্টা কৰো।' আৰু এটা কথা। মানুহক যি ক'ব লাগে তাক মুখৰ আগতে কৈছিল। পিছত কোৱা বিধৰ লোক নাছিল। তেনে লোকেই লাগে। বীৰবলে জানিছিল 'মিতিৰৰ আগত ক'বা, হাতীৰ কপালত খুচিবা।' এদিনৰ ঘটনা। তেওঁৰ লাগিল কাজিয়া চাহাবৰ লগত। ঘটনাই বেলেগ ৰূপ ল'লে। এই ঘটনাই তেওঁৰ জীৱনৰ কৰ্মধাৰা বদলি কৰি পেলালে। চাহাবক ঠিক মতে ধমকি লগাই দিলে। মাৰিবলৈকেহে বাকী থাকিল। চাহাবে নিজৰ দোষ স্বীকাৰ কৰি মনে মনে থাকিল। চাহাবে বুজি পালে তেওঁৰ দিল। তেওঁ অন্যায়ক সমূলি দেখিব নোৱাৰে। চাহাবে তেওঁৰ সৎ সাহসৰ পৰিচয় পালে। চাহাবৰ মন সলনি হ'ল। চাহাবে তেওঁৰ সৎ সাহসৰ শলাগ লৈ তেওঁক কোৰ মৰা সাধাৰণ মজদুৰৰ পৰা নি একেবাৰে মহৰি কৰি পেলালে। ইতিমধ্যে লিখা-পঢ়াও ভালেখিনি শিকি পেলাইছিল। যাৰ দ্বাৰা মহৰি কাম অনায়াসে কৰিব পাৰিছিল। 'বীৰবল গুচি 'বীৰবল বাবু' হ'ল। মজদুৰ লাইনৰ জুপুৰি ঘৰ এৰি বাবু লাইনত ডাঙৰ পকী ঘৰ পালে। কিন্তু তেওঁ মজদুৰ লাইন এৰি বাবু লাইনত থাকিবলৈ অমান্তি হ'ল। মনে নক'লে। চাহাবে কেইবাবাৰো বাবু লাইনত ঘৰ ল'বলৈ কোৱা সত্বেও বীৰবল নগ'ল। অৱহেলিত মজদুৰ ভাই-ভনীসকলক এৰি যাবলৈ বেয়া পালে; লাগিলে বাবু কোৱাৰ্টাৰ মজদুৰ লাইনতে সাজি দিবলৈ ক'লে। চাহাবেও তেওঁৰ কথা মানি লৈ মজদুৰ লাইনতে বাবু কোৱাৰ্টাৰ সাজি দিলে। বীৰবলে বুজিছিল মজদুৰ লাইনত থাকিলে মজদুৰসকলে অন্ততঃ তেওঁক দেখি দেখি লিখা-পঢ়ালৈ মন-কাণ দিব। পঢ়া-শুনা তথা সামাজিক যি কোনো কাম কৰিবলৈ উৎসাহ-উদ্দীপনা পাব। মজদুৰ লাইনত বাবু কোৱাৰ্টাৰ তেওঁৰ দৰে আন মজদুৰ বাবুৱে আদায় কৰি মজদুৰসকলক প্ৰগতিৰ পথত খোজ পেলাবলৈ প্ৰেৰণা যোগাব পাৰিছেনে নাই নাজানো। ক'তো শুনা নাই; ক'তো গম পোৱা নাই। এদিন কুলি বুলি ঘিণ কৰাবোৰেই একেলগে বহিব লগাত পৰিল। তেতিয়া কুলি শব্দটোৱে সিহঁতৰ মনত কি আলোড়নৰ সৃষ্টি কৰিছিল ক'ব পৰা নাই।

১৯৪২ চনত গণ-আন্দোলন। ভাৰত জাগ্ৰত, ভাৰতীয় জাগ্ৰত। স্বাধীনতা সংগ্ৰামত সকলো জাগ্ৰত। সংগ্ৰামৰ পথাৰত দলে দলে মানুহ জপিয়াই পৰিল। বীৰবল কালিন্দীৰ তাৰপৰা পিছপৰি নাথাকিল। নিঃস্বাৰ্থভাৱে আন্দোলনত জপিয়াই পৰিল। সংগ্ৰামী মনোভাৱেৰে চাহমজদুৰসকলক উচতাই দিলে আন্দোলনৰ কামত। বুজাই দিলে আন্দোলনৰ বিষয়বস্তু। চাহাবৰ তলত চাকৰি কৰা বাবে দেখাদেখিকৈ সংগ্ৰামৰ কাম



কৰাত অসুবিধাই দেখা দিলে। গোড়া চাহাবৰ কাঢ়া নজৰ। বীৰবলে দিনত বাগানৰ কাম আৰু ৰাতি আন্দোলনৰ কামত ব্যস্ত হ'ল। জিৰণি ল'বলৈ সময় নাই; সময়ো নাপালে। মৃত্যুৰ সময়লৈকে নাপালে। এইখিনিতে শ্ৰীগজেন তাঁতীৰ এষাৰ কথালৈ মনত পৰে 'কাম কৰি কৰি জীৱন পাৰ কৰি দিয়াতকৈ আনন্দৰ কাম আৰু একো হ'ব নোৱাৰে।' সঁচা কথা, বীৰবল কালিন্দীৰ বিষয়ে লিখিবলৈ বহি এইষাৰ কথা আজি বেছিকৈ মনত পৰিছে। কাৰণ কালিন্দী আছিল ইয়াৰেই আদৰ্শস্বৰূপ।

১৯৪৭ চনৰ আগষ্ট মাহ। কালিন্দীৰ ডাঙৰ ল'ৰা শ্ৰীৰবিৰাম আৰু মাজু ল'ৰা শ্ৰীকিতিবাস নৰে বাগানত ফুটবল খেলি ঘূৰি আহিবৰ সময়ত সেই বাগানৰ ডাক্তৰ বাবুৱে তেওঁলোকক চিনি পাই উপলুঙাৰ সুৰেৰে কৈছিল— 'দেশপ্ৰেমিক বীৰবলৰ ল'ৰাহঁত, তহঁতৰ বাবাক গুলী কৰি মৰাৰ হুকুম হৈছে আৰু তহঁতে বল খেলি ফুৰিছ?' দুয়ো ভায়ে একো নামাতি সন্ধ্যা ঘৰলৈ আহে আৰু সোধা-পোছা কৰে। ঘৰৰ মানুহে এই কথা আগতেই গম পাইছিল যে চালনা বাগানৰ জনৈক চাহাবে বীৰবলক গুলী কৰি মাৰিব। সেই ৰাতি ঘৰৰ সকলো ল'ৰা-ছোৱালীৰ মুখ শুকান। লগা-ভগা স্বজন লোকে ভয়তে বীৰবলৰ খবৰ নোলোৱা হ'ল। বীৰবলৰ ঘৰলৈ নোযোৱা হ'ল। জানোচা চাহাবে তেওঁলোককো গুলী মাৰে। পিছদিনা পুৱা চাহাবে বীৰবলক মাতি পঠিয়ালে। ঘৰৰ মানুহৰ পৰা বিদায় লৈ বুকুত সাহ বান্ধি বীৰবলে চাহাবৰ ওচৰলৈ গ'ল। আচৰিত কথা, আনন্দৰ কথা, চাহাবে গুলী নামাৰিলে। পিঠিত চাপৰিয়াই মাথোন ক'লে, 'বীৰবল, তুহমহাৰ দেশ স্বাধীন হোৱা। তুম অভি আজাদ হ্যায়। তুমকো গুলী নাহী হোগা।' অন্যান্য দেশবাসীৰ লগত বীৰবলেও আনন্দত আত্মহাৰা হ'ল।

১৯৪৮ চনত। যোৰহাটৰ ৰবৈয়াত শ্ৰমিক প্ৰশিক্ষণ চলিছে। বীৰবলেও প্ৰশিক্ষণ লৈছে। প্ৰশিক্ষণ শেষ হ'লত ঘৰৰ ল'ৰা ঘৰলৈ ঘূৰিল। ঘূৰিয়েই চাহ-মজদুৰ সংঘৰ কামত লিপ্ত হ'ল। নগাঁও শাখাৰ চাহ মজদুৰ সংঘত সুদীৰ্ঘ বাৰ বছৰ ধৰি সভাপতিৰ আসনখন শুৱনি কৰিলে। তেওঁৰ দিনৰ চাহ মজদুৰ হিতৰ বাবে যেনেদৰে কাম হৈছিল তেনে কাম আজি তেওঁৰেই পুত্ৰ শ্ৰীবলোৰাম নাগৰ দিনত হৈছেনে নাই ক'ব নোৱাৰোঁ। শ্ৰীবলোৰাম নাগ বৰ্তমান নগাঁও চাহ-মজদুৰ সংঘৰ সম্পাদক।

আজিৰ আমলখী হাইস্কুল এদিন এল পি স্কুল আছিল। গঢ় দিলে বীৰবলে। সহায় কৰিলে ৰাইজে। ৰাইজে তেওঁক খুউব মানি চলিছিল। শ্ৰদ্ধা কৰিছিল। ভক্তি কৰিছিল। মৰমো কৰিছিল। যিকোনো বিপদৰ সন্মুখীন হ'লেই সকলোৱে তেওঁৰ ওচৰলৈ দৌৰ মাৰিছিল। দিহা-পৰামৰ্শ বিচাৰিছিল। ৰাইজে এই কথা আজিও শ্ৰদ্ধাৰে সোঁৱৰে।

# চাহ বাগিচাৰ সাধু

এখন হাবিত এজনী চিলনী আছিল। চিলনীজনীয়ে এদিন তিনিটা কণী পাৰিলে আৰু কণীকেইটাৰ ওপৰত উমনি দি তিনিটা পোৱালী জগালে ঃ এটা মানুহে, এটা ম'হ আৰু এটা শহাপোৱালী। মানুহ আৰু ম'হটো প্ৰায় একেলগে থাকে। শহাটোহে নেথাকে।

সেই হাবিত থকা সৰোবৰটোত সাতজনী পৰীয়ে সদায় গা ধুবলৈ আহে আৰু পানীত নমাৰ আগতে লগত অনা হালধিৰ টোপোলাটো খুলি সাতখিলা পাতত সাতভাগ কৰি হালধিখিনি লয়। হাঁহি-ফূৰ্তিৰে এঘণ্টামান ধুই পুনৰ উৰা মাৰি গুচি যায়। ম'হটোৱে এই ধুনীয়া পৰীবোৰ দেখা পাই তাৰে এজনীক 'মানুহ ভাইটো'ৰ বাবে বোৱাৰী কৰিবলৈ ইচ্ছা প্ৰকাশ কৰি তাক সকলো কথা কোৱাত সি সন্মতি দিলে। পিছদিনা দুয়ো সৰোবৰৰ পাৰলৈ গৈ পৰী অহালৈ বাট চাই ম'হৰ আৰত মানুহটো লুকাই থাকিল। পৰীবোৰ আহি আগৰ দৰে হালধিবোৰ সাতভাগ কৰোঁতে আঠভাগ হৈ পৰে। সাতভাগৰ ঠাইত বাৰে বাৰে আঠভাগ হ'বলৈ ধৰাত মনত সন্দেহ হৈ কোন ক'ত লুকাই আছে ওলাই আহি একেলগে গা ধুবলৈ অনুৰোধ কৰিলে। মানুহটোৱে ফুচফুচাই কি কৰা যায় বুলি ম'হটোক সোধাত গা ধুবলৈ অনুমতি দি লুকাভাকু খেলোতে কেৱল সিহঁত লুকালে মাজৰ দ ডোখৰত থকা গছৰ মুঢ়াটোত বিচাৰিবলৈ আৰু নিজে লুকাওঁতে পানী খাবলৈ নামি যোৱা ম'হৰ নাকত জোক হৈ সোমাই লুকাবলৈ সাৱধান কৰি দিলে। কথামতে লুকাভাকু খেলি মানুহটো জয়ী হোৱাত পৰীহঁতে বৰ লাজ পালে। খেলত হাবি সিহঁতৰ যিকোনো এগৰাকীক বিয়া কৰিবলৈ মানুহটোক কৈ সিহঁতে শাৰী পাতি থিয় দিলে। আটাইতকৈ সৰু পৰীজনীয়ে বুঢ়ীৰ বেশ লৈ চকুত নপৰাকৈ শাৰীৰত থিয় দিছিল। ম'হটোৱে তেতিয়া মানুহটোক ক'লে যে ডাঙৰজনীক বিয়া কৰিলে সৰুবোৰে ধেমালিৰ চলত ভাকুট কুটাই তাক মাৰি পেলাব। সৰুজনীক বিয়া কৰিলে একো নহয়। মানুহটোৱে সেইমতেই কাম কৰি সৰুগৰাকীক বিয়া কৰি ঘৰলৈ গুচি আহিল। বাকী পৰীবোৰ তাৰ পৰা উৰা মাৰিলে। কেইদিনমানৰ পিছত আঠ মঙলা খাবলৈ দুয়ো গিৰিয়েক ঘৈণীয়েক পৰীৰ ৰাজ্যলৈ গ'ল। সাপ-বেং আদিৰ ব্যঞ্জন বান্ধি ভাত খাবলৈ দিয়াত



ঘৈণীয়েকৰ ইংগিতত ব্যঞ্জন নাখাই শুদা ভাত খাই উভতি আহিল। সেইবাৰো পৰীবোৰ হাৰিল।

কিছুদিনৰ পিছত ম'হ আৰু শহাৰ কথামতে হাবি এৰি সকলো ওচৰৰ গাঁও এখনলৈ গৈ থাকিবলৈ ল'লে। এদিন ঘৰৰ আগেদি যোৱা নাপিত এজনক দেখি ঘৰলৈ মাতি মানুহটোৱে দাড়ি-চুলি কটালে। ঘৈণীয়েকৰো ভৰিৰ নখ কাটিবলৈ দিয়াত নাপিতে পৰীৰ ৰূপ দেখি মূৰ্ছা গ'ল। মূৰ্ছা যোৱাৰ কথা সোধাত নাপিতে ৰজাৰ জীয়েকৰ বিয়াত একেৰাহে তিনিদিন টোপনি খতি হোৱাৰ ফলত এনে হ'ল বুলি মিছা মাতি তাৰ পৰা বিদায় ল'লে।

নাপিতে ভাবিলে, পৰীৰ চকু চাঁত মৰা ৰূপ-লাৱণ্যৰ কথা ৰজাক ক'লে লুভীয়া ৰজাই পৰীক ৰাণী কৰি ল'ব আৰু খবৰ দিয়াৰ বাবদ সিও ধন সম্পত্তি পাব। এই ভাবি নাপিতে ৰজাৰ ঘৰলৈ বেগাই খোজ দিলে। যিমান সোনকালে খবৰ দিব পাৰিব সিমান সোনকালে পুৰস্কাৰ পোৱাৰ আশাত এটা সময়ত নাপিতে সকলো পাহৰি দৌৰিবলৈ আৰম্ভ কৰিলে। দৌৰোঁতে পিন্ধা চুৰিয়াখন সুলকি সৰি পৰাতো তাৰ হুচ নহ'ল। নঙঠা হৈয়ে ৰজাৰ ওচৰ পালেগৈ। ৰজাই এই কাণ্ড দেখি কোনো সোধ পোচ নকৰি তাক কাটি দুচেও কৰিবলৈ খণ্ডত কটোৱালক হুকুম দিলে। নাপিতে কেৱল 'দেবী ৰাণী' 'দেৱীৰাণী' বুলি চিঞৰিবলৈ ধৰাত কিবা শুভ সম্বাদ আনিছে বুলি তাক সকলো কথা সুধিলে। পৰীৰ ৰূপৰ কাহিনী শুনি ৰজাই পৰীক ৰাণী হিচাপে পাবলৈ আশা কৰি নাপিতক মন্ত্ৰী পাতিলে।

নাপিত মন্ত্ৰীৰ কথামতে ৰজাই মানুহটোক তৎক্ষণাত মতাই আনি পিছদিনাৰ পৰা ৰাজপ্ৰাসাদত ৰাতি চকীদাৰৰ কাম কৰিবলৈ হুকুম দিলে। হুকুম মতে কাম নকৰিলে শূলত দিয়া হ'ব বুলিও কৈ দিলে। কামৰ বাবদ প্ৰতিদিনে এবাকচ ধন পাব। ঘৰত গৈ ম'হ দাদাকক সকলোখিনি কথা ভাঙি পাতি কোৱাত চকীদাৰী কাম কৰিবলৈ অনুমতি দিলে। মাথোন নিজৰ সলনি কলগছ এজোপা কাটি কাপোৰ মেৰিয়াই কোনেও নেদেখাকৈ কামৰ ঠাইত থৈ তাক ঘৰত আহি শুই থাকিবলৈ বুদ্ধি দিলে আৰু পুৱা গৈ ৰজাই দিব খোজা ধনখিনি ৰাস্তাত সিঁচি সিঁচি আহি খালি বাকচটো ঘৰত থ'বলৈ ক'লে। মানুহটোৱে সেই মতেই সকলো কৰিলে। পিছে ৰজাৰ নিৰ্দেশত ৰাতি কটোৱাল গৈ মানুহটো সেই মতেই সকলো কৰিলে। পিছে ৰজাৰ নিৰ্দেশত ৰাতি কটোৱাল গৈ মানুহটো বুলি কলগছ জোপাকে কাটি থৈ আহিল। এইদৰে মানুহটোক প্ৰতিদিনে ধন দিওঁতে দিওঁতে ৰাজভঁৰাল উদং হ'ল। খণ্ডত ৰজাই নাপিত মন্ত্ৰীক খুব গালি পৰাত ম'হটোক মাৰিব পাৰিলেহে কাম হ'ব বুলি ৰজাক ক'লে। নাপিতৰ কথামতে এফালে, ম'হ,

আনফালে দেশৰ জীৱ-জন্তু গোটাই যুঁজ পাতি ম'হ মৰাৰ বুদ্ধি পাঙিলে। যুঁজত ম'হটোৰে ভালেমান জন্তু নিধন কৰি জয়ী হ'ল।

তেতিয়া খঙত ৰজাই নাপিতকে হত্যা কৰাৰ হুকুম দিয়াত নাপিতে শেষবাৰৰ বাবে কলকগছৰ লগত ম'হৰ যুঁজখন পাতিলে। কলগছৰ মাজত চোকা চোকা তৰোৱাল আদি সুমুৱাই থৈছিল। ম'হে সকলো কথা গম পাই এইবাৰ মৰিব লাগিব বুলি ভাবি 'ভাই মানুহক' ক'লে যে সি মৰিলে যেন তাৰ শিং ঠেং আদি অংগ প্ৰত্যংগবোৰ বিধে বিধে আনি ঘৰৰ চৌদিশে সজাই থয়। যুঁজত ম'হটো মৰাৰ পিছত ভাই-মানুহটোৱে কথামতে সকলো কাম কৰিলে।

ম'হটোৰে মৃত্যুৰ পিছত ৰজাই নিৰাপদ ভাবি পৰী সুন্দৰীক নিজৰ ৰাণী কৰাৰ মনেৰে সৈন্য সামন্ত লৈ পৰীক আনিবৰ কাৰণে মানুহটোৰ ঘৰত উপস্থিত হ'ল। কিন্তু আচৰিত কথা যে, ঘৰৰ চৌদিশে সজাই থোৱা ম'হটোৰ অংগ-প্ৰতংগবোৰেও আক্ৰমণ কৰি ৰজাৰ সৈতে সকলো সৈন্যক আক্ৰমণ কৰি মাৰি পেলালে। দুষ্ট ৰজাৰ মৃত্যুত সকলো প্ৰজাই সন্তোষ লভিলে আৰু মানুহটোক সেই ৰাজ্যৰ ৰজা পাতিলে। তেতিয়াৰে পৰা ভাগ্যৰ বলত মানুহটো তাৰ ৰজা হ'ল আৰু পৰী সুন্দৰী হ'ল ৰাণী।

